


# আসামত বিদেশী ।



ৰচক
শ্ৰীজ্ঞাননাথ বৰা, বি, এল ।






প্ৰকাশক
শ্ৰীগোপীকান্ত বৰুৱা ।
বৰুৱা এজেন্সী ।
দীঘলী পুখুৰী-পাৰ, গুৱাহাটী ।

বেচ ।০ চাৰি অনা ।

কলিকতা
২নং বেথুন ৰো, ভাৰতমিহিৰ যন্ত্ৰত
শ্ৰীসৰ্ব্বেশ্বৰ ভট্টাচাৰ্য্য দ্বাৰা মুদ্ৰিত।
১৩৩২

# নিবেদন।

করুণাময় ভগৱন্তৰ কৃপাত আৰু আমাৰ সহৃদয় গ্ৰাহক সকলৰ সহানুভূতিত আমাৰ এজেন্সী ক্ৰমাৎ উন্নতিৰ বাটলৈ আগ বাঢ়িছে। সেই বাবে আমি সিসকলৰ ওচৰত চিৰ ঋণী। ঈশ্বৰৰ অনুগ্ৰহ হলে ই সকলোৰে পৰিচিত হব বুলি আশা কৰিব পাৰোঁ।

আমাৰ এজেন্সী স্থাপিত হবৰ ১৫ বছৰ হল। ইয়াৰ ভিতৰত আমি কি ভাল কাম কৰিছোঁ কব নোৱাৰোঁ। বিচাৰৰ ভাৰ আমাৰ গ্ৰাহক সকলৰ হাতত।

বিজ্ঞাপনেৰে ৰমক-জমক দেখুৱাই গ্ৰাহকক ক্ষতিগ্ৰস্থ কৰি মনত কষ্ট দিয়া 'মতলব' আমাৰ নাই। সজ পথত থাকি যি পাওঁ, সেয়ে বহুত।

মাননীয় শিক্ষক আৰু মৰমৰ ছাত্ৰসকলে তেওঁলোকক লাগা বস্তু অ'ত ত'ত বিচাৰি হাবাথুৰি খায়। কোনো ঠাইত পালেও সৰহীয়া বেচত কিনিব লগাত পৰে। যাতে তেওঁলোকে এই দুৰ্গতিৰ পৰা হাত সাৰিব পাৰে তাৰ বাবে অহো পুৰুষাৰ্থ কৰিছোঁ। তেওঁলোকক লাগা সকলো বস্তুকে আমাৰ ওচৰত উচিত বেচত পাব। যোৱা কেই বছৰ এই দৰে চলি আহিছোঁ বুলিয়েই আমাৰ গ্ৰাহকৰ সংখ্যা ক্ৰমাৎ বাঢ়ি আহিব ধৰিছে। সকলোৱে এবাৰ পৰীক্ষা কৰি চাব পাৰে। নিবেদন, ইতি—

বিনীত—

মেনেজাৰ, বৰুৱা এজেন্সী

দীঘলী পুখুৰী পাৰ, গুৱাহাটী।

# পাতনি।

আসামত বিদেশীয়ে যে উন্নতিৰ বাটত ঘাই বিঘিনি আৰু তাক আঁতৰালেহে অসমীয়াই কৰ্কাল পোন কৰিব পাৰিব তাক এই ক্ষুদ্র পুথিত দেখুৱাবলৈ যথা সাধ্য চেষ্টা কৰা হৈছে। প্রত্যেক প্রদেশে স্বাতন্ত্র্য ৰক্ষা কৰি কেনেকৈ সৰ্ব্বতোভাৱে উন্নত হব পাৰি তাৰ যত্ন কৰিছে। কাৰণ সমূহ প্রদেশৰ উদ্গতিৰ ওপৰত ভাৰতৰ স্বৰাজ্য নিৰ্ভৰ কৰিছে! সকলো প্রদেশৰে উন্নতিৰ পথ একে নহয়, একে উপায়কে এটাইবোৰে লব নালাগে। এখন প্রদেশৰ কাৰণে যি সম্বল লাগে, আন খনৰ কাৰণে তাৰ আৱশ্যক নহব পাৰে। এই নিমিত্তে অন্যান্য প্রদেশে নিজৰ উন্নতিৰ অর্থে যি যি কৰে, তাক আমাৰ প্রদেশেও যে কৰিব লাগিব এনে কথা হব নোৱাৰে। দেশৰ অৱস্থা ভেদে ব্যৱস্থাও বেলেগ হয়। আসামৰ কাৰণে বিদেশীয়ে যে দুৰ্ঘোৰ সমস্যা আৰু তাৰ খণ্ডন নহলে যে দেশৰ উদ্ধাৰ নাই, তাক ইয়াত আলোচনা কৰা হৈছে।

বৰ্ত্তমান আন্দোলনত অসমীয়াই সাৰ পাই দেশৰ কাম কৰিবলৈ আগুৱাইছে আৰু আন আন প্রদেশক অনুকৰণ কৰিবলৈ উত্ৰাৱল হৈছে। অনুকৰণ কৰা যে বেয়া কথা এনে নহয়; কিন্তু আমাৰ আচল সমস্যালৈ পিঠি দি সিবিলাকৰ নিচিনা হুবহু কাম কৰিলে তাৰ কোনো ফল নাপায়। এই দেশ বিদেশীৰ হাতৰ পৰা মুক্ত কৰাই অসমীয়াৰ প্রধান কৰ্ত্তব্য। অসমীয়াৰ শক্তি,

সামৰ্থ্য, বুদ্ধি এটাইবোৰ ইয়াতেহে অৰ্পিব লাগিব ; নহলে আসামে স্বৰাজ্য যুদ্ধত যোগ দিয়া দূৰৈৰ কথা নিজেই লাহে লাহে বিদেশীৰ হেঁচাত লয় পাই আহিব। এই কথা পুথিত বহলাই আলোচনা কৰা হৈছে।

ৰাইজে পুথিৰ কথাবোৰ এবাৰ বিচাৰ কৰি চালে লিখকে পৰম কৃতাৰ্থ মানিব। ইতি—

শ্ৰীজ্ঞাননাথ বৰা।

# প্ৰকাশকৰ নিবেদন।

এই পুথিৰ কথাবোৰ প্ৰবন্ধ আকাৰে "চেতনা"ত প্ৰকাশ হৈছিল। সেই সময়ত অনেকে আগ্ৰহ কৰি পঢ়িছিল আৰু পুথিৰ আকাৰত চপাবলৈ মত দিছিল। প্ৰকৃততে প্ৰবন্ধ কেইটি সময়োপযোগী আৰু অতিশয় সাৰুৱা। প্ৰবন্ধ কেইটি লগ লগাই পুথিৰ আকাৰত উলিওৱা আমাৰো মত। সকলো অসমীয়াই ইয়াক পঢ়া আৰু ভালৈ মন দিয়া উচিত বিবেচনা কৰি লিখকৰ অনুমতি লৈ এই পুথি প্ৰকাশ কৰিলোঁ। এতিয়া অসমীয়া ৰাইজে ইয়াক সাদৰে গ্ৰহণ কৰিলে প্ৰকাশকৰ উদ্দেশ্য সাধন হব। নিবেদন, ইতি—

শ্ৰীগোপীকান্ত বৰুৱা

**বৰুৱা এজেন্সী।**

# আসামত বিদেশী ।

## বৰ্ত্তমান অৱস্থা ।

ভাৰতবাসী এক হব নোৱাৰিলে ভাৰতে স্বৰাজ নাপায়, এই কথা মানুহৰ মুখে মুখে শুনা যায়। ইয়াৰ অৰ্থ কি? ভিন প্ৰদেশ, ভিন ভাষা, ভিন সাহিত্য, ভিন ধৰ্ম্ম, কেনেকৈ এক হব লাগিব। ইহঁতৰ ভিন্নতা সমূলি লোপ কৰি এক ভাষা, এক সাহিত্য, এক ধৰ্ম্ম, এক জাতি কৰিব লাগিব নে? ই বাস্তৱতে স্বৰাজৰ অৰ্থে আৱশ্যকীয় নে? যিমান দিনলৈ এই ঘটনা নঘটে সিমান দিনলৈ ভাৰতে স্বৰাজৰ মুখ নেদেখিবনে? ভাৰতৰ প্ৰদেশবোৰৰ স্বাতন্ত্ৰ্য আজিৰ নহয়। শ শ বছৰ ধৰি প্ৰত্যেক প্ৰদেশে স্বকীয়া ভাষা আৰু স্বকীয়া সাহিত্য সৃষ্টি কৰি তাৰ উৎকৰ্ষ সাধন কৰিছে, স্বকীয়া ধৰ্ম্ম, স্বকীয়া সামাজিক ৰীতি-নীতি পালন কৰিছে, মুঠতে ভিন ভিন জাতি হৈছে। জাতীয় উন্নতিৰ কাৰণে যি যি সম্বল লাগে তাক প্ৰদেশবোৰে আজিও যতনাবলৈ ধৰিছে। কি মুছলমানৰ ৰাজত্বত, কি ইংৰাজৰ ৰাজত্বত এই স্বাতন্ত্ৰ্যৰ অলপো হানি হোৱা নাই। সময়ৰ সোঁতত ই টনকিয়াল হৈহে আহিছে। এই বেলেগ ভাষা, সাহিত্য, ধৰ্ম্ম, সমাজ যে এটাইবোৰ যুগমীয়াকৈ ভাৰতবৰ্ষত শিপাইছে। এইবোৰ সমূলে উভলা সম্ভৱ নে? যদি স্বৰাজ পাবলৈ এইবোৰ একাকাৰ কৰা অনিবাৰ্য্য, তেনেহলে ভাৰতে কোনোকালে স্বৰাজ নাপায়, ই ধ্ৰুপ। আসাম, বঙ্গ, যুক্ত প্ৰদেশ, পাঞ্জাব, বেহাৰ, মান্দ্ৰাজ, বোম্বাই, গুজৰাট, কোনোৰে নিজৰ ভাষা, নিজৰ সাহিত্য,

নিজৰ ৰীতি-নীতি নেৰে আৰু এৰিবও নোৱাৰে। এই স্বাতন্ত্র্য বহু কলীয়া আৰু ইয়াক অটুট ৰাখিবলৈ প্রত্যেক প্রদেশে স্বভাৱতে চেষ্টা কৰিব।

এই স্বাতন্ত্র্য ৰক্ষা কৰি প্রদেশবোৰ একত্র হব নোৱাৰে নে? বেলেগ ভাষা, সাহিত্য, ধৰ্ম্ম, জাতি অটুট ৰাখি প্রদেশ বোৰে সমগ্র ভাৰতৰ উন্নতিৰ কাৰণে চেষ্টা কৰিব নোৱাৰেনে? জগত বুৰঞ্জীত ভিন ভিন জাতি গোট খাই এখন দেশৰ উন্নতি কৰা দেখা যায়। ইউৰোপত অষ্ট্রিয়া আৰু চুইট্জাৰলেণ্ডত কেইবা জাতি গোট খাই একে জাতি হৈছে। ভাৰতত ই নহব কিয়? ভাৰতৰ প্রদেশবোৰ বিভিন্ন হলেও পৰস্পৰ ঘনিষ্ট সম্বন্ধৰ ডোলত বান্ধ খাই আছে। সেই সম্বন্ধ ভাষাত, সমাজত, ধৰ্ম্মত সদায় ফুটি ওলাইছে। আধুনিক প্রদেশবোৰ কেনেকৈ আৰু কিমান যুগ ধৰি গঠিত হৈছে, ভাষাবোৰ কেনেকৈ এক ভাষাৰ পৰা উৎপত্তি হৈ বাঢ়ি আহিছে, সমাজ ধৰ্ম্ম আদি জাতীয় ৰীতি-নীতি কিদৰে ঠাল-ঠেঙুলি হৈ এটাৰ পৰা ফাটি ওলাইছে, তাক ভাৰত-বুৰঞ্জীয়ে বহলাই আলোচনা কৰিছে। ভাৰতবাসীৰ স্বভাৱতে একপ্রাণ একমন। যিবোৰ দেশত বেলেগ জাতি গোট খাই এটা জাতিৰ গঠন হৈছে, সেই বোৰ দেশতকৈ ভাৰতৰ জাতিবোৰৰ সম্বন্ধ বেছি দৃঢ়। ভাৰতত ঐক্য ভাব গঢ়িবলৈ কোনো অস্বাভাৱিক উপায় লব নালাগে।

প্রদেশবোৰ ভাৰতবৰ্ষৰ অঙ্গ স্বৰূপ। ভাৰতৰ মঙ্গলেই প্রদেশবোৰৰো মঙ্গল। কোনো অঙ্গত খুঁত থাকিলে যেনেকৈ গোটেই শৰীৰ ঘুণীয়া হয়, তেনেকৈ কোনো প্রদেশ দুব্বল থাকিলে গোটেই ভাৰত দুৰ্ব্বল হয়। ভাৰতৰ উন্নতি যেনেকৈ প্রত্যেক প্রদেশৰ ওপৰত নিৰ্ভৰ কৰিছে, তেনেকৈ প্রত্যেক প্রদেশৰ উন্নতি ভাৰতৰ ওপৰত নিৰ্ভৰ কৰিছে। ভাৰতবৰ্ষক সমাজৰ লগত তুলনা কৰিব পাৰি। প্রতি মানুহৰ উন্নতিৰ ওপৰত সমাজৰ উন্নতি নিৰ্ভৰ কৰে। প্রত্যেক মানুহৰ ব্যক্তিত্ব সমাজত মাৰ নাযায়, বৰঞ্চ সেই ব্যক্তিত্বই সমাজৰ গাথনি শকত কৰে। এইদৰে প্রদেশবোৰৰ স্বাতন্ত্র্য

ভাৰতৰ উদ্গতিৰ অৰ্থে অনিবাৰ্য্য। এই স্বাতন্ত্ৰ্য কেনেকৈ ৰক্ষা কৰিলে ভাৰতৰ উন্নতি সাধন কৰিব পাৰি, এয়ে সমস্যা।

যদি প্ৰদেশবোৰে নিজৰ উন্নতি কৰাত ভাৰতবৰ্ষলৈ নাপাহৰে, অৰ্থাৎ সিইতৰ উদ্গতিৰ উদ্দেশ্য ফটফটীয়াকৈ চকুৰ আগত দেখে, তেন্তে এই স্বাতন্ত্ৰ্যই ভাৰতক ক্ৰমে উধাই নিব। যদি ইয়াৰ অন্যথা হয় অৰ্থাৎ প্ৰত্যেক প্ৰদেশে নিজৰ উন্নতি কৰাত মগ্ন হৈ কি উদ্দেশ্যে আগুৱাবলৈ ধৰিছে তাক সমূলি পাহৰে, তেন্তে সেই স্বাতন্ত্ৰ্যই ভাৰতৰ উদ্গতিৰ বাটত পদে পদে বিঘিনি মিলাব। প্ৰদেশবোৰৰ ভিতৰত তেতিয়া বিৰোধ ভাবে দেখা দিব। বৰ্ত্তমান এনে আশঙ্কাৰ কোনো কাৰণ আছেনে? যি জাতীয় ভাৱৰ সোঁত ভাৰত ভেদি বৈ গৈছে, তাত কোনো প্ৰদেশ নিলগ হৈ থাকিব পৰা নাই। প্ৰত্যেক প্ৰদেশে নিজক ভাৰতৰ অঙ্গজ্ঞান কৰিছে; আৰু নিজৰ উদ্গতিৰ লক্ষ্য কেৱল যে ভাৰত মুক্তি, তাক কোনোৱে বুজিবৰ বাকী নাই। যি প্ৰদেশে নিজৰ উন্নতিলৈ অৱহেলা কৰে সেই প্ৰদেশে যে কেৱল নিজৰ অপায় চিন্তে এনে নহয়, সমগ্ৰ ভাৰতৰ উদ্গতিৰ ব্যাঘাত মিলায়। নিজ প্ৰদেশৰ উন্নতিৰ আলম লৈহে স্বৰাজলৈ উধাব পাৰি।

ভাৰতলৈ সদায় চকু ৰাখি নিজ প্ৰদেশৰ সৰ্ব্বতোভাবে উন্নতি কৰা আমাৰ মূল কৰ্ত্তব্য। প্ৰদেশৰ উন্নতিৰ অৰ্থ কি? সেই প্ৰদেশৰ ভাষা আৰু সাহিত্য চহকী হব লাগিব; বেপাৰ, বাণিজ্য কৃষি ব্যৱসায় তাৰ মানুহৰ হাতত হব লাগিব। বোম্বাই প্ৰদেশ উন্নত, অৰ্থাৎ ইয়াৰ ভাষা আৰু সাহিত্য উন্নত। তাত অসংখ্য বিদ্যালয়, বহুত কলেজ আৰু এক বিশ্ববিদ্যালয় আছে। এই এটাইবোৰ বোম্বাইবাসীয়ে চলাবলৈ ধৰিছে। তাত কৃতবিদ্য লোকৰ অভাব নাই। ইউৰোপ আৰু আমেৰিকালৈ গৈ বহুত বিদ্যাত পাৰ্গত হৈ অনেক বোম্বাইবাসীয়ে নিজৰ প্ৰদেশক শিকাবলৈ ধৰিছেহি। তাত বেহা-বেপাৰ আৰু কৃষি তেওঁলোকৰ নিজৰ হাতত

ৰাখিছে। শ শ কল-কাৰখানা পাতি বজাৰ দোকান দি গোটেই প্ৰদেশৰ বাণিজ্য তেওঁলোকে হাতৰ মুঠিলৈ আনিছে। কি গৱৰ্ণমেণ্টৰ, কি ৰাইজৰ প্ৰতিষ্ঠান, এটাইবোৰ বোম্বাইৰ মানুহে অধিকাৰ কৰিছে। আন প্ৰদেশৰ লোক তাত তিষ্টিব নোৱাৰে। এইদৰে মাদ্ৰাজ আৰু বঙ্গদেশেও নিজৰ উন্নতি কৰি ভাৰতত মুখ্য প্ৰদেশ হৈছে। যি প্ৰদেশৰ ভাষা আৰু সাহিত্য লেৰেলা, বেহা-বেপাৰ আৰু ব্যৱসায় আন মানুহৰ হাতত, সেই প্ৰদেশ দুৰ্ব্বল আৰু পাছ পৰা। সি যে কেবল নিজে নিশকতীয়া এনে নহয়, ভাৰতকো দুৰ্ব্বল কৰিছে। দুৰ্ব্বল প্ৰদেশত সবল প্ৰদেশৰ লোক আহি বসতি কৰে, ভাষা আৰু সাহিত্যৰ তেজ মাৰে, আৰু বেপাৰ আৰু ব্যৱসায় তেনেই হাত কৰি সেই প্ৰদেশক দৰিদ্ৰ কৰে। ইয়াৰ কাৰণে সবল প্ৰদেশৰ লোক জগৰীয়া নহয়। ই স্বাভাৱিক। সেই দুৰ্ব্বল প্ৰদেশ কোনো উপায়ে সবল হবলৈ যত্ন কৰে। কাৰণ, তাৰ স্বাতন্ত্ৰ্য কেতিয়াও সি পাহৰিব নোৱাৰে।

আসাম ভাৰতবৰ্ষত এখন দুখীয়া আৰু দুৰ্ব্বল প্ৰদেশ। ইয়াৰ অৱশ্যে এদিন সুদিন আছিল। কেনেকৈ এই ঐশ্বৰ্য্যশালী লোকপূৰ্ণ দেশ নিঃকিন আৰু নিমাওমাও মৰিশালি হৈছে তাক কোৱাৰ আৱশ্যক নাই। আসাম বুৰঞ্জীয়ে তাক বিবৰি কৈছে। চহকী দেশ হবলৈ যি যি সম্বল লাগে, তাৰ এটিও আজি আসামত নাই। ইয়াৰ ভাষা আৰু সাহিত্য যদিও শ্ৰীমন্ত আছিল, ন সাৰৰ অভাবত লেৰেলি গৈছে। ইয়াৰ বেহা-বেপাৰ তেনেই বিদেশীৰ হাতত। ওচৰ চুবুৰীয়া সবল দেশৰ লোক আহি ইয়াত বাস কৰিছে। সিবিলাকৰ ভাষা আৰু সাহিত্যই আমাৰ সাহিত্যক উধাবলৈ দিয়া নাই। বেপাৰ বণিজ গোটেই হাত কৰি তেওঁলোকে অহস্ৰ ধন নিবলৈ ধৰিছে, আৰু অসমীয়াই নিৰুপায় হৈ মুখ মেলি চাই আছে। আজিও নিজৰ স্বাতন্ত্ৰ্য আসামে ৰক্ষা কৰিব পৰা নাই। ধুবুৰীৰ পৰা

সদিয়ালৈ চাই পঠিয়ালে কি দেখা যায়? বিদেশীয়ে তেনেই দেশ ছাতি আছে। ধুবুৰী, গোৱালপাৰা, গুৱাহাটী, তেজপুৰ, নগাওঁ, মঙ্গলদৈ, যোৰহাট, ডিব্ৰুগড়ৰ বেহা-বেপাৰ কোনে চলাইছে? বিদেশীয়ে। তাত যিবোৰ দোকান আছে, যিবোৰ কলকাৰখানা আছে, সেইবোৰ কোনে চলাইছে? বিদেশীয়ে। প্ৰত্যেক নগৰৰ আধা ঠাই অধিকাৰ কৰি বিদেশীয়ে অসংখ্য দোকান আৰু কল কাৰখানা পাতিছে। প্ৰত্যেক নগৰক কেন্দ্ৰ কৰি গোটেই জিলাৰ বেপাৰ হস্তগত কৰিছে। গুৱাহাটীত বা তেজপুৰত যিবোৰ বিদেশীৰ দোকান আছে, সেই বোৰৰে ঠাল-ঠেঙুলি গোটেই কামৰূপ আৰু দৰং জিলা ছাতি পেলাইছে। এই দৰে লক্ষীমপুৰ, শিৱসাগৰ, নগাওঁ আৰু গেৱালপাড়াৰ বেহা-বেপাৰ বিদেশীয়ে পৰিচালন কৰিছে। ইয়াৰ ফলত ধনৰ এটা অখণ্ড সোঁত আসামৰ পৰা বিদেশলৈ ববলৈ ধৰিছে। আজিলৈকে আসামত যিমান দোকান অসমীয়াই পাতিছে তাক আঙুলিৰ মূৰত গণিব পাৰি। সৰহ ভাগ অসমীয়াৰ দোকানে সেই বিদেশীৰ দোকানৰ পৰা বস্তু-বেহানি নি গাৱঁত বেচিছে, আৰু এইদৰে বিদেশীকহে সহায় কৰি চহকী কৰিছে। আসামৰ ব্যৱসায় কাৰ হাতত? বিদেশীৰ হাতত। বাঢ়ৈ, নাপিত, ধোবা, গোৱাল, দৰ্জ্জি, কেইজন অসমীয়া? ৰেইল আৰু জাহাজৰ কাম কোনে চলাইছে? গোটেই ভাৰতবৰ্ষত আসামৰ নিচিনা এনে বিদেশীৰ তলতীয়া প্ৰদেশ এখনো নাই। পাঞ্জাবৰ বেহা-বেপাৰ আৰু ব্যৱসায় পাঞ্জাবীৰ হাতত। মাদ্ৰাজৰ বেহা-বেপাৰ আৰু ব্যৱসায় মাদ্ৰাজীৰ হাতত। যুক্ত প্ৰদেশৰ বেহা-বেপাৰ আৰু ব্যৱসায় সেই প্ৰদেশৰ লোকৰ হাতত। গুজৰাট মধ্য প্ৰদেশ, বেহাৰ সকলোৰে বেহা-বেপাৰ আৰু ব্যৱসায় সেই ঠাইৰ মানুহৰ হাতত, অৱশ্যে সেইবোৰ প্ৰদেশতো কোনো কোনো বিদেশীয়ে কল কাৰখানা পাতি বেপাৰ চলাইছে, কিন্তু সিহঁতৰ সংখ্যা কিমান? আসামৰ নিচিনা কোনো প্ৰদেশৰ বাণিজ্য

সমূলি বিদেশীৰ হাতত নাই। আসামৰ নগৰ কেইখনলৈ চালে কোনে কব এইবোৰ অসমীয়া নগৰ ? জাহাজ ঘাট, ৰেইললোৱে ষ্টেছন আৰু ডাঙৰ ডাঙৰ গাওঁবোৰলৈ চালে কোনে কব এইখন আসাম দেশ ?

আসামৰ এনে অৱস্থা হোৱাত, অসমীয়া ভাৰতত অতি দুখীয়া হৈছে। ইয়াত যি কেই ঘৰৰ লক্ষ টকা আছে, তাক আঙুলিৰ মূৰত গণিব পাৰি। যাৰ ২০৲। ৩০৲ হাজাৰ টকা আছে, সেয়ে ইয়াত ধনী বুলি খ্যাত। গাৱঁত যাৰ ৪।৫ হাজাৰ টকা আছে, সেয়ে সদাগৰ নাম পায়। এনে ধন নাইকিয়া দেশে কোনো কালে উন্নতি কৰিব পাৰেনে ? বিনা ধনে কোনো দেশে আজিলৈকে উন্নতিৰ বাটত আগুৱাব পৰা নাই আৰু নোৱাৰে। পৃথিবীৰ প্ৰবল প্ৰতাপী দেশবোৰ ধনেৰে চহকী ; ইংলণ্ড, ফ্ৰান্স, আমেৰিকা, জাপান আদি দেশবোৰে ধনবলে বলৱন্ত হৈ জগতত অগ্ৰগণ্য হৈছে, আৰু আন দেশবোৰত নিজৰ প্ৰভাব বিস্তাৰ কৰিছে। ইহঁতে পৃথিবীৰ বাণিজ্য হাত কৰি অপাৰ ধন আৰ্জিছে আৰু সেই ধন নানা শিক্ষা লাভৰ কাৰণে অপি দিছে। সেই দেশবোৰত শ শ বিশ্ব-বিদ্যালয়, হাজাৰ হাজাৰ বিদ্যালয়, অসংখ্য পুথি-ভড়াল স্থাপন কৰি লোকসকলে নিতৌ বিজ্ঞান দৰ্শন সাহিত্যৰ চৰ্চ্চা কৰিছে। তাত কেনেকৈ কল-কাৰখানা পাতি ৰেইল জাহাজ নিৰ্ম্মাণ কৰি ধনৰ পুঁজি কৰি দেশক সৰ্ব্বতোভাবে উন্নত কৰিছে, তাক বহলাই কোৱাৰ সকাম নাই। জাপান ৫০ বছৰৰ আগেয়ে এখন অতি নিঃকিন পাছ পৰা দেশ আছিল। জাপানবাসীয়ে জগতৰ প্ৰবল দেশবোৰলৈ গৈ এই শিক্ষা শিকি আহিল, যে বিনা ধনে কি ব্যক্তিৰ উন্নতি, কি দেশৰ উন্নতি কোনো কাৰ্য্যই সিদ্ধ নহয়। যদি জাতীয় উন্নতিলৈ কোনোৱে বাঞ্ছা কৰে, তেন্তে তেওঁ প্ৰথমে মানুহে যাতে ধন আৰ্জ্জনৰ ব্যৱস্থা কৰে তাৰ চেষ্টা কৰিব লাগিব। এই কাৰণে জাপানে নিজৰ সকলো সামৰ্থ্য বেপাৰ-বাণিজ্যত উছৰ্গি দিলে। জাপানে কেনেকৈ হাজাৰ হাজাৰ ছাত্ৰ ইউৰোপ আৰু

আমেৰিকালৈ পঠিয়াই শিকাই আনিলে আৰু কলকাৰখানা, ৰেইল জাহাজ নিৰ্ম্মাণ কৰি ওচৰ-চুবুৰীয়া দেশবোৰৰ লগত বেপাৰ কৰি ধন আৰ্জ্জিলে তাৰ সমুদায় বৃত্তান্ত জাপান বুৰঞ্জীত আছে। যি জাপান অতি দৰিদ্ৰ আৰু পাছ পৰা দেশ আছিল সেই জাপান দেড়কুৰি বছৰৰ ভিতৰত পৃথিবীত এখন প্ৰতাপী চহকী দেশ হল। ধন-বল অদ্ভুত বল। এই বল নহলে জাতীয় উন্নতি, দেশৰ উন্নতি সকলো মিছা। দেশৰ উন্নতি কৰিবলৈ যি যি আহিলা পাতি লাগে সেই আটাই বোৰত ধনৰ আৱশ্যক। ধন নহলে পঢ়াশালি পাতিব নোৱাৰি, ধন নহলে কলেজ হব নোৱাৰে, ধন নহলে বিশ্ব-বিদ্যালয় হব নোৱাৰে, ধন নহলে কল-কাৰখানা পাতিব নোৱাৰি, ধন নহলে ছাত্ৰ বিদেশলৈ পঠাব নোৱাৰি, ধন নহলে কি বিজ্ঞান, কি সাহিত্য, কি দৰ্শন, একোৰে চৰ্চ্চা হব নোৱাৰে। ধন নহলে দেশ যে কেৱল দৰিদ্ৰ হয় এনে নহয়, জ্ঞান লাভৰ উপাই নাপাই মুৰ্খও হয়। যি দেশত ধন নাই সি নিঃকিন আৰু অশিক্ষিত। ভাৰতবৰ্ষত মুখ্য প্ৰদেশবোৰে ধন আৰ্জ্জনৰ ব্যৱস্থা আগেয়ে কৰি লৈছে ; সেই কাৰণে তাত অসংখ্য স্কুল কলেজ অলেখ কল-কাৰখানা পাতিব পাৰিছে। শিক্ষা আৰু বাণিজ্যৰ উন্নতি সাধন কৰিব পাৰিছে আৰু আন দুৰ্ব্বল প্ৰদেশত নিজ প্ৰভাৱ বঢ়াইছে। সিবিলাক প্ৰদেশৰ চেষ্টাতহে ভাৰতে কিঞ্চিৎ উধাৰ পাৰিছে।

অসামত ধন নাই আৰু আজিও অসমীয়াই ধন আৰ্জ্জনৰ ব্যৱস্থা কৰা নাই। ধনৰ অভাৱত মন থাকিলেও কোনো কাম অসমীয়াই হাতত লব পৰা নাই দেশৰ কিমান ডাঙৰ ডাঙৰ কাম পৰি আছে, ধনৰ অভাৱত কোনোটোৱে হৈ উঠা নাই। ধনৰ অভাৱতে গাৱেঁ গাৱেঁ পঢ়াশালি পাতিব পৰা নাই, ঠায়ে ঠায়ে স্কুল কলেজ পাতিব পৰা নাই, বিদেশলৈ পঠাই ছাত্ৰ শিকাব পৰা নাই, ভাষা আৰু সাহিত্যৰ উন্নতি সাধিব পৰা নাই, বাতৰি কাকত আৰু আলোচনী চলাব পৰা নাই, কি নগৰৰ কি গাৱঁৰ স্বাস্থ্যৰ

উন্নতি কৰিব পৰা নাই। বেপাৰ আৰু ব্যৱসায় হাতলৈ আনিব পৰা নাই। আসাম অৱশ্যে যেতিয়া ইংৰাজগৱৰ্ণমেণ্টৰ তললৈ আহিল, তেতিয়া মান-মৰাণৰ উপদ্ৰৱত তেনেই জুৰুলা হৈছিল। ইয়াত যি ধন ঐশ্বৰ্য্য আছিল এটাইবোৰ নাইকিয়া হৈছে। জনাকীৰ্ণ দেশ মৰিশালি হৈছে। এই যে আসামৰ কঁকাল ভাগিল তাক আজিলৈকে পোন কৰিব পৰা নাই। প্ৰথমতে এই ছিন্ন-ভিন্ন জুৰুলা দেশ শাসন কৰিবলৈ গৱৰ্ণমেণ্টে কিছুমান বঙ্গালী শিক্ষিত লোক আনিলে। তেওঁলোকৰ সুবিধাৰ কাৰণে বঙ্গভাষা আসামৰ কচাৰি আৰু স্কুলত চলালে। এয়ে প্ৰায় দেড়কুৰি কি দুকুৰি বছৰলৈ চলি আছিল। ইয়াৰ ফলত অসমীয়া ভাষা আৰু সাহিত্যই ভীষণ আঘাত পালে। আৰু সেই আঘাত এতিয়াও কেচাই আছে, শুকোৱা নাই। ভাষা আৰু সাহিত্য এটা জাতিৰ প্ৰাণ বায়ু। ই নহলে জাতি ক্ৰমে ক্ৰমে নিস্তেজ হৈ লয় পায়। আসামৰো এয়ে অৱস্থা হৈছিল। অসমীয়া জাতি বঙ্গালীৰ গৰ্ভত সোমাব খুজিছিল। কিন্তু ভাগ্য ক্ৰমে সি নঘটিল। মানৰ উপদ্ৰৱৰ পাছতে এই ঘটনাই আসামক চেপা দি ধৰি বহুত দিনলৈ উধাবলৈ দিয়া নাছিল। মানে মাথোন অসমীয়া মানুহৰ প্ৰাণ আৰু ধন নাশ কৰিছিল। কিন্তু বঙ্গভাষা আৰু বঙ্গালীয়ে আমাৰ ভাষা আৰু সাহিত্যক উধাবলৈ নিদি জাতিয়ত্বকে ধ্বংস কৰিবলৈ উদ্যত হৈছিল। এই কাৰণে বঙ্গালীক দোষ দিয়া যুগুত নহয়, স্বাভাৱিক। তেনে অৱস্থাত কি বঙ্গালী, কি অসমীয়া, কি মাদ্ৰাজী সকলোৱে তাকে কৰিলে হৈঁতেন। এইদৰে ওপৰা ওপৰিকৈ বিপদ আহি পৰাত আসাম তেনেই সেও খাই পৰিল। এই ছেগতে বিদেশীয়ে ঠায়ে ঠায়ে সোমাই দোকান-পোহাৰ দি আৰু কল-কাৰখানা পাতি গোটেই দেশ শিপাই পেলালে। অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰিবলৈ জয়জয়তে আৱশ্যক হোৱাত ইয়াৰ প্ৰাণ অৰ্থাৎ ভাষা আৰু সাহিত্য বঙ্গালী আৰু বঙ্গভাষাৰ গ্ৰাসৰ পৰা উদ্ধাৰ কৰাটো মূল কৰ্ত্তব্য

হৈ পৰিল। ইয়াৰ কাৰণে শিক্ষিত অসমীয়া লোকৰ আৱশ্যক হল। যিবিলাক শিক্ষিত বঙ্গালীয়ে বঙ্গলাভাষা চলাই আসামত নিজৰ প্ৰভাৱ বঢ়াইছিল, তেওঁলোকৰ সৰহ ভাগ স্কুলৰ শিক্ষক, চৰকাৰি অফিচৰ আমোলা আৰু কিছুমান উকিল আছিল। সেই স্কুল আৰু অফিচবোৰৰ প্ৰভাব দেশৰ ওপৰত কিমান আছিল তাক এটায়ে জানে। সেইবোৰ তেওঁলোকৰ হাতৰ পৰা অসমীয়াৰ হাতলৈ আনিব পাৰিলে বঙ্গালী আৰু বঙ্গভাষাৰ তেজ স্বভাৱতে মৰে আৰু আমাৰ ভাষাই উদ্ধাৰ পায়। সেই সময়ত স্কুল আৰু অফিচবোৰ অধিকাৰ কৰাই অসমীয়াৰ একমাত্ৰ কৰ্ত্তব্য আছিল। যদি অসমীয়াই সেই সময়ত এই কাম হাতত নললে হেঁতেন তেন্তে ভাষা আৰু সাহিত্যৰ অভাৱত অসমীয়া জাতি অতদিনে লোপ পালে হেঁতেন। জানিয়ে হওক বা নাজানিয়ে হওক এই কামত অসমীয়াই প্ৰাণপণে লাগি গ'ল আৰু ১০ বছৰ মানৰ ভিতৰত স্কুল আৰু কচাৰিত অসমীয়া ভাষা চলাই আৰু বঙ্গালীৰ এজন দুজনকৈ আঁতৰাই তেওঁলোকৰ ঠাই অধিকাৰ কৰি বঙ্গভাষা আৰু বঙ্গালীৰ প্ৰতিপত্তি বহু পৰিমাণে নাইকিয়া কৰিলে। আমাৰ ভাষা আৰু সাহিত্যাই কথমপি উশাহ লবৰ ঠাই পালে। যি দিনাৰ পৰা অসমীয়া ভাষা আসামত প্ৰচলিত হল, সেইদিনাৰ পৰাহে আমাৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ কাম আৰম্ভ হৈছে।

স্কুল কলেজ হোৱাত দলে দলে অসমীয়া শিক্ষিত লোক ওলাবলৈ ধৰিলে; আৰু যি যি ঠাই বঙ্গালীয়ে অধিকাৰ কৰিছিল, সেই বোৰ লাহে লাহে অসমীয়াৰ হাতলৈ আনিলে। যদিও বঙ্গালী আৰু বঙ্গভাষাৰ বল তেনেই কমা নাই, তথাপি এই শিক্ষিত অসমীয়া লোকৰ সহায়ত আমাৰ ভাষাই ঠন ধৰি উঠিছে। আৰু অসমীয়াই নতুন শক্তি পাই স্বাতন্ত্ৰ্য ৰক্ষা কৰিবলৈ আগ বাঢ়িছে। ভাষা উদ্ধাৰ কৰিবলৈ যি পথ অসমীয়াই লব লগাত পৰিছিল সেই পথ সদাই লৈ থাকিলে দেশৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰিব নোৱাৰি।

বৰ্ত্তমান অসমীয়াই সেই আগৰ পথকে লৈ আছে। যি সময়ত যি কাম কৰা কৰ্ত্তব্য তাক আন সময়ত কৰিলে তাৰ ফল নাপায়। নতুন কাম কৰিব লাগিব। অসমীয়াই লিখা-পঢ়া শিকি স্কুল আৰু আফিচবোৰত সোমাই বঙ্গালী আৰু বঙ্গ ভাষাৰ বল মাৰি নিজৰ ভাষাক উদ্ধাৰ কৰাটোৱে সেই সময়ত একমাত্র কাম আছিল। সৌভাগ্যৰ বিষয় সেই কাম সফল হল। এতিয়া সেই কামত লাগি থাকিলে তাৰো ফল পোৱা নাযাব। এই কাৰণে এই কামলৈ আৰু মন নেমেলি আন কাৰ্য্যত অসমীয়াই হাত দিব লাগিব।

আগেয়ে উনুকিৱা হৈছে যে অসমীয়াৰ বৰ্ত্তমান আৱশ্যকীয় বস্তু কেবল ধন। পূৰ্ব্বে যেনেকৈ আমাৰ ভাষা ৰক্ষা কৰাটো মূল কৰ্ত্তব্য হৈ পৰিছিল, এতিয়া তেনেকৈ ধনবল লাভ কৰা জাতীয় কাৰ্য্য হৈ পৰিছে। ধন আৰ্জ্জনৰ ব্যৱস্থা নকৰিলে আগেয়ে যি ফল পোৱা হৈছিল অৰ্থাৎ ভাষা আৰু সাহিত্যৰ উদ্ধাৰ হৈছিল, তাকো হেৰুৱাবৰ আশঙ্কা আছে। মানুহৰ ভাগ্য যেনেকৈ চকৰিৰ লগত তুলনা কৰে, তেনেকৈ দেশৰ ভাগ্যকো চকৰিৰ লগত ৰিজাব পাৰি। চকৰি এবাৰ ঘুৰাই দিলে ঘুৰি থাকে, কিন্তু ই চিৰকাল নুঘুৰে। কিছুমান পৰ ঘুৰি ঘুৰি নুঘুৰা হৈ থিৰ হয়। তেতিয়া আকৌ নতুন বল প্রয়োগ নকৰিলে ই আওপাকে ঘুৰিবলৈ ধৰে। অসমৰ ভাগ্যৰ চকৰি এইদৰে প্ৰথমে শিক্ষা বল প্রয়োগ কৰাত ঘুৰি আছিল, কিন্তু সেই ঘুৰণি এতিয়া নাই কিয়া হৈ থিৰ হৈছে। এই সময়ত নতুন বল প্রয়োগ নকৰিলে ই আওপাকে ঘুৰিবলৈ ধৰিব, তেতিয়া সৰ্ব্বনাশ। সেই নতুন বল ধন-বল। এই বল প্রয়োগ নকৰিলে অৰ্থাৎ ধন আৰ্জ্জনৰ ব্যৱস্থা নকৰিলে আমাৰ সকলো কাম নিস্ফল হব। বৰ্ত্তমান যি পিনে চকু দিয়া যায় তাতে ধনৰ আৱশ্যকতা দেখা যায়। যেয়ে যি কাম হাতত লৈছে সেয়ে ধন নোহোৱাৰ গুণে এৰি পেলাইছে। উৎসাহত বাউল হৈ কাম কৰিবলৈ বহুতে আগুৱায়, কিন্তু ধনৰ অভাৱত পাছ হুঁহকি আছে

আৰু সেই উৎসাহ জন্ম পৰে। আজি প্ৰত্যেক অসমীয়াই ধনৰ আৱশ্যকতা প্ৰাণে প্ৰাণে অনুভৱ কৰিছে। গোটেই আসামে ধন ধন বুলি চিঞৰিছে।

ধন আৰ্জ্জনৰ যাই উপায় বেপাৰ আৰু ব্যৱসায়। বেপাৰ আৰু ব্যৱসায় আনৰ হাতত থাকিলে কোনো উপায়ে কেতিয়াও ধনৱন্ত হব নোৱাৰি। অসমীয়াই যিমান দিনলৈ বেহাবেপাৰ নিজৰ হাতলৈ আনিব নোৱাৰে সিমান দিনলৈ ধনৰ মুখ নেদেখে। যদি অসমীয়াই নিজৰ অস্তিত্ব ৰাখিবলৈ মন কৰে, তেন্তে আসামৰ বেপাৰ আৰু ব্যৱসায় হাতলৈ আনিব লাগিব। "আসামৰ উন্নতি কৰা" ইয়াৰ অৰ্থ কেবল ইয়াৰ বাণিজ্য আৰু ব্যৱসায় অসমীয়াৰ হাতলৈ অনা। এই কামলৈ পাছ দি আন কোনো কাম কৰিলে তাৰ কেতিয়াও ফল নাপায়। আমাৰ সকলো কামৰে গুৰি এয়ে। ইয়াৰ ওপৰত এটাইবোৰ জাতীয় কাৰ্য্য নিৰ্ভৰ কৰিছে। যেনেকৈ গছ এজোপাৰ গুৰিত সাৰ নিদি আগ চিকোনালে থন্তেকলৈ গছৰ শোভা বাঢ়ে, কিন্তু দুই এদিনৰ পাছতে লেৰেলি যায়, তেনেকৈ আসামৰ বেপাৰ আৰু কাৰবাৰত মন নিদি দেশৰ আন কাম কৰিলে সেই কামে কিছুদিনলৈ মানুহৰ মন চমকাৰ পাবে, কিন্তু ধনৰ অভাৱত সেই চমকনি ক্ৰমে নাইকিয়া হব আৰু সেই কাম বিফলে যাব। যদি বেহা বেপাৰ হাতলৈ অনা অসমীয়াৰ মূল কৰ্ত্তব্য, আৰু ইয়াৰ ওপৰত আসামৰ ভবিষ্যত নিৰ্ভৰ কৰে, তেন্তে অসমীয়াৰ যিমান শক্তি আৰু সামৰ্থ্য আছে তাক এই কামতেহে অৰ্পিব লাগিব। কি উপায়ে ইয়াক হাত কৰিব পাৰি এয়ে সমস্যা। বিদেশীয়ে অতদিনে হাজাৰ হাজাৰ দোকান পাতি, শ শ কল-কাৰখানাৰে গোটেই দেশ শিপাই পেলাইছে। আমাৰ মানুহৰ সহায়ত নিতৌ উধাইছে। বহুত অসমীয়া সিবিলাকৰ ধৰুৱা। আমি সিবিলাকৰ ওপৰত সদাই নিৰ্ভৰ কৰাত গোলামৰ নিচিনা হৈছোঁ। তেওঁলোকে আমাৰে মাজত থাকি আমাকে খটাই আছে। তেওঁলোকক দিনে দিনে আমি কৌটী ২ টকা দিছোঁ। আমাৰ পৰা যিমানে

ধন পাইছে সিমানে তেওঁলোকে অসমত নিগাজীকৈ ঠাই লৈছে। আজিও বিদেশী এদলৰ পাছত এদল আহি আছে আৰু তেওঁলোকেও সেই পথকে লৈ আমাৰ পৰা ধন চুঁচিবলৈ ধৰিছে। আসাম যেনিবা এখন মৌচাক। ইয়াৰ মৌ লবলৈ বিদেশী দিনে নিশাই সোসোৰাই আহি আছে আসামৰ ইমূৰ সিমূৰ বিদেশীৰ হেন্দোলনিত কঁপিবলৈ ধৰিছে। ধন আৰ্জ্জনৰ যিমানবোৰ বাট আছে এটাইবোৰতে বিদেশীয়ে অজস্ৰ ধন লৈ অসীম বিক্ৰমে থিয় হৈ আছে। কোনে তাত পৰ্শিব পাৰে ?

অসমীয়াৰ দুজন এজনে বেহা-বেপাৰ কৰোঁ বুলি আগুৱাই আহে, কিন্তু সেই বাটবোৰলৈ গৈ মহা প্ৰতাপী বিদেশীক দেখা পাই পাছ হুহঁকি আছে। গোটেই দেশ ছাতি পেলোৱা আৰু অপাৰ ধনৰ গৰাকী এজন নহয়, দুজন নহয়, শ শ বিদেশীৰ লগত দুজন এজন অসমীয়াৰ পক্ষে যুঁজ কৰা সম্ভৱনে ? এই কাৰণে যি কেইখান দোকান অসমীয়াই আজিলৈকে পাতিব পাৰিছে সি লেখৰ নহয়, যি বেপাৰ আজিলৈকে কৰিছে সি তেনেই তুকপীয়া। অসমীয়াৰ কল-কাৰখানা নাই বুলিলেই হয়। ঠায়ে ঠায়ে অসমীয়াৰ যি কেইখন সৰু সৰু দোকান আছে তাৰো অৱস্থা ৰবৈয়া নহয়। সৰহ ভাগে বিদেশীৰ দোকানৰে পৰা বস্তু-বেহানি নি গাৱঁত বেচিছে আৰু সেইদৰে তেওঁলোককহে সহায় কৰিছে। যি দুখন এখন স্বাধীন দোকান আছে তাৰো অৱস্থা দুখ লগা। যি দুজন এজন অসমীয়া মানুহে বেপাৰ কৰিছে তেওঁলোকে বিদেশীৰ নিচিনা উন্নতি কৰিব পৰা নাই। যি ফালে তেওঁলোকে যাবলৈ মন কৰে, সেই ফালে অলেখ বিদেশীয়ে ধন ঢালি আগেয়ে বেপাৰ হাত কৰি বহি আছে। তাকৰীয়া ধন লৈ কোনে তাত হাত দিব পাৰে। বহুত উদ্যোগী অসমীয়াই বেপাৰ কৰি, দোকান পাতি সৰ্ব্বস্বান্ত হৈছে। অসমীয়াই যে আগ বঢ়া নাই এনে নহয়, অনেকে আগ বাঢ়িছে আৰু তাত সোমাই দেখে যে চাৰিউপিনে বিদেশীয়ে আগচি আছে। যিহৰে বেপাৰ

কৰিব খোজে, বিদেশীয়ে তাক আগেয়ে হাত কৰিছে। আসামত হোৱা এটাইবোৰ বস্তুৰ বেহা-বেপাৰ এইদৰে বিদেশীয়ে লক্ষ লক্ষ টকা ঢালি তেনেই অধিকাৰ কৰিছে। এই কাৰণে অসমীয়া ৰাইজে অসমীয়া বেপাৰীকো এৰি বিদেশীকহে সহায় কৰিছে। এই ঘটনা জগতত নতুন নহয়। ই মাথোন অৰ্থ নীতিৰ নিয়ম পালন কৰিছে। বৰ চেষ্টাৰ ফলত দুজন এজন অসমীয়াই বেপাৰত কিছু দূৰ আগুৱাব পাৰিছে, কিন্তু বিদেশীৰ ডাঙৰ ডাঙৰ বেপাৰৰ সমকক্ষ কেতিয়াও হব নোৱাৰে। আমি যিমানেই উন্নতি কৰোঁহঁক তাৰ এটা সীমা আছে; সেই সীমাত উপনীত হলে আমি আৰু আগুৱাব নোৱাৰো। সেই সীমা কি? প্ৰতিদ্বন্দ্বিতা অৰ্থাৎ যেতিয়ালৈকে বিদেশীৰ কাৰবাৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব নালাগে, তেতিয়ালৈকে আমি উধাব পাৰো। দোকান সৰু থাকিলে, বেপাৰ তুৰুপীয়া থাকিলে, কাৰবাৰ সামান্য থাকিলে, বিদেশীৰ ডাঙৰ বেপাৰ আৰু কাৰবাৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবৰ আৱশ্যক নহয়; কিন্তু এইবোৰে যেতিয়া লাহে লাহে উন্নতি কৰি অলপ ডাঙৰ হব, তেতিয়া বিদেশীৰ কাৰবাৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাধ্য হয় অৰ্থাৎ তেতিয়াহে যুদ্ধ ক্ষেত্ৰত সোমাব লগাত পৰে। লক্ষপতি হাজাৰ হাজাৰ বিদেশীৰ কাৰবাৰৰ লগত দুজন এজন অসমীয়াই তাকৰীয়া ধনেৰে যুজা অসম্ভৱ, আৰু সেই কাৰণে প্ৰাণপণে চেষ্টা কৰিলেও কোনো অসমীয়াৰ বেপাৰ বা কাৰবাৰ সেই সীমা লঙ্ঘি উধাব নোৱাৰে। ইও স্বাভাবিক নিয়ম অনুসৰূপ কৰিছে। এই বোৰ অদ্ভুত ঘটনা নহয়। জগত বুৰঞ্জীত ইয়াৰ দৃষ্টান্তৰ অভাব নাই। যেতিয়ালৈকে বিদেশীৰ বেপাৰ বাণিজ্য, কাৰবাৰ এইদৰে গোটেই দেশ ছাতি থাকিব, তেতিয়ালৈকে দুজন এজন অসমীয়াই যত্ন কৰিও তাৰ কোনোকালে উদ্গতি কৰিব নোৱাৰে। বৃহৎ আঁহত গছৰ তলত কোনো গছ উধাব নোৱাৰে। সেই আঁহত গছ সমূলে সুভালিলে বা ঠাল ঠেঙুলি কাটি মুকলি নকৰিলে তাৰ তলত হোৱা গছৰ উদ্গতিৰ

আশা নাই। বিদেশীৰ বেপাৰ, কাৰবাৰ, ব্যৱসায় একেবাৰে লবলৈ চেষ্টা নকৰিলে অসমীয়াৰ দুজন এজনৰ চেষ্টাত তাৰ লোমো নলৰে। অসমীয়া জাতীৰ গোটেই শক্তি ইয়াত প্ৰয়োগ নকৰিলে এই কাৰ্য্যৰ সাধন নহয়। ই এজন দুজনৰ কাম নহয়, ই জাতীয় কাৰ্য্য হব লাগিব।

আন স্বাধীন দেশত এনে অৱস্থা হলে আইন কৰি নিজৰ বেপাৰ আৰু ব্যৱসায় বিদেশীৰ হাতৰ পৰা ৰক্ষা কৰে। আইনৰ সহায়ত এই গুৰুতৰ কাৰ্য্য সোনকালে আৰু সুকলমে সম্পাদন হয়। স্বদেশৰ নকৈ স্থাপিত সৰু সৰু কল-কাৰখানা আৰু বাণিজ্য মহাবলী বিদেশীৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিবলৈ জগতৰ অনেক জাতিয়ে আইন কৰিছে আৰু গৱৰ্ণমেণ্টৰ ক্ষমতা তাত ভালকৈ খটাইছে। জাৰ্ম্মাণি, ফ্ৰান্স, জাপান আদি দেশবোৰেও এনে আইনৰ সহায় লব লগাত পৰিছিল। আসামে যদি এই বাট লব পাৰিলেহেঁতেন তেন্তে সোনকালে এই কাৰ্য্যৰ সাধন হ'ল হেঁতেন। কিন্তু বৰ্ত্তমান ৰাজনৈতিক অৱস্থা চাই তেনে আইন আসামে কৰিব নোৱাৰে, আৰু ভবিষ্যতে যে কৰিব পাৰিব এনে আশাও দেখা নাযায়। যদি আমি এই উপায় লব নোৱাৰো, তেন্তে আন উপায় নাই নে ?

---

# কি উপায় ?

ইয়াৰ উপায় অৱশ্যে এটা আছে, কিন্তু ইয়াক অৱলম্বন কৰা উজু নহয়। কাম যেনে গুৰুতৰ ইয়াৰ উপায়ো তেনে টান। কিন্তু বৰ্ত্তমান আন্দোলন লৈ চাই এই উপাই লব পাৰি যেন দেখা যায়। উপায় কি ? অসমীয়াই অসমীয়াক সহায় কৰা। আমি পৰস্পৰ সহায় কৰিলে বেহা-বেপাৰ বিদেশীৰ হাতৰ পৰা লব পাৰোঁ। এই কথা নতুন নহয়। ইয়াক কিদৰে কৰিলে কাৰ্য্য সিদ্ধি হব তাৰহে আলোচনা কৰা যাব। অসমীয়া সকলে ঠায়ে

ঠায়ে দোকান পাতিবলৈ আৰু বেপাৰ কৰিবলৈ ধৰিলে অসমীয়া ৰাইজে তেওঁলোকক সকলো প্ৰকাৰে সহায় কৰিব লাগিব অৰ্থাৎ আসামৰ ইমুৰৰ পৰা সিমুৰলৈ একে লগে বহুত অসমীয়াই বেপাৰ কৰোঁ বুলি আগুৱাই আহিব লাগিব আৰু তেওঁলোকক সহায় কৰোঁ বুলি গোটেই ৰাইজ একত্ৰ হৈ উঠিব লাগিব। এই কথা দৃষ্টান্ত দি বহলাই কোৱা যাওক। কামৰূপৰ গাৱেঁ গাৱেঁ যিবোৰ অসমীয়া দোকান আৰু সৰু সৰু বেপাৰ আছে, সেই বোৰক ৰাইজে প্ৰাণপণে সহায় কৰিব লাগিব, আৰু যি যি ঠাইত বিদেশীয়ে দোকান আৰু বেপাৰ কৰিছে সেই ঠাইলৈ অসমীয়াই গৈ দোকান আৰু বেপাৰ দিব লাগিব আৰু গাৱঁলীয়া ৰাইজে সেই অসমীয়া বেপাৰীকহে মাথোন সহায় কৰিব লাগিব। গুৱাহাটীতে যি কেইখন অসমীয়া দোকান আৰু বেপাৰ আছে তাক অসমীয়া ৰাইজে সৰ্ব্ব প্ৰকাৰে সহায় কৰিব লাগিব; কেৱল ইয়াকে কৰিলে নহব, কিছুমান অসমীয়া মানুহ একে লগে দোকান পাতিবলৈ আৰু বেপাৰ কৰিবলৈ ওলাব লাগিব আৰু সেইবোৰক গাৱঁৰবোৰে আৰু সমস্ত ৰাইজে সহায় কৰিব লাগিব। এইদৰে আসামৰ প্ৰত্যেক জিলাত একে সময়তে আৰু একে লগে অসমীয়াই দোকান আৰু বেপাৰ কৰিলে আৰু ৰাইজে সহায় কৰিলে বিদেশীৰ হাতৰ পৰা বেপাৰ আনিবলৈ বেছি দিন নালাগে। এই কাৰ্য্য সাধন কৰিবলৈ অসহযোগী আন্দোলনৰ নিচিনা এটা ডাঙৰ আন্দোলন লগাই দেশ খলক লগাব লাগিব। গাৱেঁ গাৱেঁ, নগৰে নগৰে, অসমীয়া ৰাইজক বুজাব লাগিব যে ভাৰতৰ স্বৰাজ লাভৰ কাৰণে আসামৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰাৰ আৱশ্যক হৈছে; আৰু বৰ্ত্তমান অৱস্থাত ধনবল নহলে সেই স্বাতন্ত্ৰ্য ৰক্ষা নহয়। ধন লাভৰ যাই উপাই বেহা-বেপাৰ। ই অসমীয়াৰ হাতত নাই। আজিও দলে দলে বিদেশী আহি আসামৰ বাণিজ্য তেনেই হাত কৰিছে, আমাৰ পৰা অজস্ৰ ধন নিতৌ নিবলৈ ধৰিছে।

বৰ্ত্তমান ভাৰতবৰ্ষৰ কোনো প্ৰদেশৰ বেপাৰ আসামৰ নিচিনা সমূলি বিদেশীৰ হাতত নাই। এই বিদেশীৰ পৰা আসামৰ বেপাৰ অসমীয়াৰ হাতলৈ আনিব নোৱাৰিলে আসামে কোনো কালে আৰু কোনো উপায়ে ধন লাভ কৰিব নোৱাৰে। ধনৰ অভাৱত অসমীয়াই স্বদেশত নিজৰ ঘৰতে ধৰফৰাই থাকি পাছে অস্তিত্ব হেৰুৱাব। এই কাৰণে বেপাৰ আৰু ব্যৱসায় নিজৰ হাতলৈ অনাটো ৰাইজৰ মূল কৰ্ত্তব্য। ইয়াৰ ওপৰত আসামৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। অসমীয়াই মৰো-জীওঁ সো-আধি কৰি ইয়াকে কৰিব লাগিব। প্ৰত্যেক অসমীয়াই এই কামত যোগ দিব লাগিব। এদলে দোকান দিওঁ আৰু বেপাৰ কৰোঁ বুলি আগুৱাই আহিব লাগিব আৰু বাকীবোৰে তেওঁলোকৰ দোকানৰ পৰাহে বস্তু বেহানি নিব লাগিব আৰু তেওঁলোককহে মাথোন বেপাৰ কৰিবলৈ বস্তু দিব লাগিব। এইদৰে সদিয়াৰ পৰা ধুবুৰিলৈ যিমান অসমীয়া মানুহ আছে মানে এটায়ে একেলগে বিদেশীৰ হাতৰ পৰা বেপাৰ আনিবলৈ পুৰুষাৰ্থ কৰিব লাগিব; নহলে আমাৰ দুজন এজনে ৰীতিমত প্ৰতিদ্বন্দ্বিতা কৰি তেওঁলোকক বলে পাৰা অসম্ভৱ। এই ভাব মানুহৰ মনত জাগৰিত কৰিবলৈ ৰীতিমত নগৰে নগৰে সভা সমিতি, গাৱেঁ গাৱেঁ শাখা সমিতি লাগিব; আৰু ঠায়ে ঠায়ে বক্তৃতা দি কাকতত লিখি দেশময় আন্দোলন কৰি তোলপাৰ লগাব লাগিব।

আন্দোলনৰ লগে লগে কিছুমান নগৰত আৰু গাৱঁত দোকান পাতিবলৈ আৰু বেপাৰ কৰিবলৈ আগুৱাই আহিব লাগিব। এবাৰ দেশ বিয়পি এই আন্দোলন হলে আৰু ৰাইজে অসমীয়া বেপাৰীক সহায় কৰিব বুলি নিশ্চিত হলে, দোকান আৰু বেপাৰ দিবলৈ অসমীয়া লোকৰ অভাৱ নহব। যিমানে ৰাইজে অসমীয়া বেপাৰীক সহায় কৰিবলৈ সাজু হব সিমানে অসমীয়া বেপাৰীৰ সংখ্যা বাঢ়ি আহিব। যিমানে আমাৰ বেপাৰীৰ সংখ্যা বাঢ়ি আহিব আৰু যিমানে ৰাইজে জাতীয় কৰ্ত্তব্য বুলি তেওঁলোকক সহায় কৰিবলৈ

আৰম্ভ কৰিব, সিমানেই বিদেশীৰ দোকান আৰু বেহা-বেপাৰ নিস্তেজ হৈ এটা এটাকৈ নাইকিয়া হব। বিদেশীৰ বাণিজ্য আৰু ব্যৱসায় ৰাইজৰ সহায় নাপালে দুদিনলৈও তিষ্ঠিব নোৱাৰিব। যিমানেই বিদেশীৰ বেপাৰৰ পতন হব, সিমানেই অসমীয়াৰ বেপাৰে গা কৰিব। এইদৰে আন্দোলনৰ লগে লগে আমাৰো কাম আৰম্ভ হব।

আন্দোলনৰ বিষয়ে যি ভাবে কোৱা হল তাৰ পৰা ই উজু কাম বুলি বিবেচনা কৰাটো উচিত নহয়। ই গুৰুতৰ কাৰ্য্য। ইয়াত গোটেই জাতিৰে দেহ মন-প্ৰাণ দিব লাগিব। ৰাইজে, বৰ্ত্তমান যে ধনৰ আৱশ্যক আৰু সেই ধন যে বেপাৰ আৰু ব্যৱসায়ৰ পৰাহে পাব পাৰি, তাক ভালকৈ হৃদয়ঙ্গম কৰিব লাগিব। আসামৰ গোটেই বেহা-বেপাৰ যে বিদেশীৰ অধিকাৰত তাক এটায়ে জানে, মাথোন তাক চকুত পেলাই সেই বেপাৰ তেওঁলোকৰ হাতৰ পৰা অনাটো যে মূল কৰ্ত্তব্য তাক বুজাব লাগিব। অকল এয়ে নহয়। কিছুমান মানুহ বেপাৰ কৰিবলৈ ওলাই আহিব লাগিব।

এই কাৰ্য্য সাধন কৰিবলৈ কেনেকুৱা আন্দোলনৰ আৱশ্যক হব আৰু কেনে যত্ন আৰু পৰিশ্ৰম কৰিব লাগিব তাক অলপ ভাবিলেই ধৰিব পাৰি। এই কামৰ বাটত অৱশ্যে বহুত বিঘিনি আছে। বিদেশীয়ে ধনবলেৰে বা আন উপায়েৰে এই কাম নিষ্ফল কৰিবলৈ অহো পুৰুষাৰ্থ কৰিব। আন্দোলনত যেতিয়া ৰাইজে অসমীয়াৰ পোহাৰ আৰু বেপাৰক সহায় কৰিবলৈ আৰম্ভ কৰিব আৰু সেই সহায় পাই অসমীয়াই আৰু বেপাৰ কৰিবলৈ আগুৱাব, তেতিয়া বিদেশীয়ে নানা উপায়েৰে অসমীয়া ৰাইজক হাত কৰিবলৈ চেষ্টা কৰিব। তেওঁলোকে বস্তু বেহানি সস্তাত দি আৰু আনতকৈ অধিক মূল্যত কিনি ৰাইজক তেওঁলোকৰ ফলীয়া কৰিবলৈ অশেষ যত্ন কৰিব। বিদেশীৰ সেই যত্ন যাতে সফল হব নোৱাৰে অৰ্থাৎ ধনৰ লোভত ৰাইজৰ সৰহ ভাগে যাতে তেওঁলোকৰ ওচৰ নাচাপে, তাৰ চেষ্টা গুৰিৰে পৰা কৰিব

লাগিব। এনেবোৰ বিপদে পদে পদে দেখা দিব। আন্দোলন যিমানে গভীৰ হব আৰু ৰাইজে বুজি উঠিব, সিমানেই এই বিপদক অসমীয়াই জয় কৰিব পাৰিব আৰু বিদেশীৰ বল ক্রমে হ্রাস পাই আহিব। ৰাইজে সহায় কৰাত যেতিয়া অসমীয়াৰ দুখন এখন দোকান ঠায়ে ঠায়ে মূৰ ডাঙ্গি উঠিব তেতিয়া বিদেশীৰ দোকান আৰু বেপাৰ লাহে লাহে জয় পৰি আহিব।

এবাৰ এই কামৰ ফল পালেই অসমীয়াই দুগুণ উৎসাহৰে ইয়াত যোগ দিব। এই আন্দোলন আন আন্দোলনৰ নিচিনা নহয়। ইয়াৰ বিশেষত্ব আছে। ইয়াক যিমানেই কৰা যাব সিমানেই ধন লাভ হব। সকলোৰে ইয়াত যোগ দিব পাৰে; বিপদত পৰিবৰ কোনো আশঙ্কা নাই। ধনে ধনৰ স্পৃহা বঢ়ায়। এবাব এই আন্দোলনৰ পৰা ধন পাবলৈ ধৰিলে অসমীয়াই স্বভাৱতে দুগুণ উৎসাহত এই কাম হাতত লব।

এই আন্দোলনত যেনে ধনৰ মুখ দেখা যায়, তেনে মানুহে ধনৰ লোভত এই মহৎ কাম নিস্ফল কৰিবৰ আশঙ্কাও আছে। যেতিয়া এই সুবিধা পাই বহুতে অন্যায় কৰি ধন লাভ কৰিবলৈ মন মেলিব, তেতিয়া এই কাম সিদ্ধ নহব। এনেকুৱা সুবিধা পাই আমাৰ বহুত মানুহে দুদিনতে ধন কৰি লওঁ বুলি আচল উদ্দেশ্যলৈ পিঠি দি অন্যায় কৰি ৰাইজৰ পৰা ধন আৰ্জিবলৈ চেষ্টা কৰিব। সেই কাৰণে সতর্ক হব লাগিব। এনে ঘটনা যাতে নঘটে তাৰ উপায় অৱশ্যে আছে। নগৰে, নগৰে, গাৱেঁ গাৱেঁ, যিবোৰ সমিতি সংগঠিত হব, সেইবোৰে, কোনে এই সুবিধা লৈ ৰাইজৰ পৰা অন্যায় কৰি ধন লাভ কৰিছে, তাক তাতালিকে অনায়াসে ধৰিব পাৰিব আৰু তাৰ উপাই উলিয়াই নিবাৰণ কৰিব। ইও সভা-সমিতিৰ এটা ঘাই কাম হব। এই আন্দোলন চলাবলৈ ঠায়ে ঠায়ে সমিতিৰ গঠন হলে এই কাম টান নহব।

দেশময় আন্দোলন হলে অসমীয়া আৰু বিদেশীৰ মাজত বৈৰীভাবে দেখা দিব বুলি কিছুমানে ভয় কৰিব পাৰে। আগেয়ে কোৱা হৈছে যে আসামৰ

বেপাৰ বিদেশীয়ে তেনেই হাত কৰাত বিদেশী দোষী নহয়। বিদেশীয়ে মাথোন নিজৰ কাম কৰিছে। অসমীয়া যদি কেঞা আৰু বঙ্গালীৰ নিচিনা সবল হলহেঁতেন, তেন্তে অসমীয়ায়ো আন দুৰ্ব্বল প্ৰদেশলৈ গৈ তাৰ বেহা বেপাৰ হাত কৰিবলৈ অহো পুৰুষাৰ্থ কৰিলহেঁতেন। ই স্বাভাৱিক। এই বিতোপন আসাম দেশ পৰি আছে; ই বেপাৰ বাণিজ্য আৰু ব্যৱসায়ৰ কাৰণে সুন্দৰ ঠাই। এনে স্থলত বিদেশী নাহিব কিয়? নহাটোই বৰ আচৰিত কথা হলহেঁতেন। এই নিমিত্তে বিদেশীক ঘিণ কৰা বা শত্ৰুভাবে আচৰণ কৰা কেবল যে অযুগুত এনে নহয়, কৰিলে বলিয়ালি বা মূৰ্খালি হব। তেওঁলোক আমাৰ কোনো কালে শত্ৰু নহয়। তেওঁলোকক হাতযোৰ কৰি বুজোৱা যাব—আসামৰ বেপাৰ আৰু ব্যৱসায় অসমীয়া মানুহে নিজৰ হাতলৈ আনিবলৈ চেষ্টা কৰাটো স্বাভাৱিক। অসমীয়াই সদায় এনে অৱস্থাত থাকিব নোখোজে, আন আন প্ৰদেশৰ নিচিনা ধনে ঐশ্বৰ্য্যে চহকী হবলৈ আসামৰ সম্পূৰ্ণ অধিকাৰ আছে। বৰ্ত্তমান বেপাৰ আৰু ব্যৱসায় বিদেশীৰ হাতত, সেই কাৰণে স্বভাৱতে তেওঁলোকৰ লগত যুঁজ হব। অসমীয়াৰ দুজন এজনে সেই যুঁজত ঠাৰৰিব নোৱাৰে, এই কাৰণে গোটেই জাতিৰ বল ইয়াত প্ৰয়োগ কৰিব লাগিব। এই কথা বিদেশীয়ে বুজিব, আৰু যদি অনেকে বুজিও নুবুজাৰ ভাও ধৰে, তেন্তে তেওঁলোকক বুজোৱাৰ কোনো ফল নাই।

সেই বুলি আমাৰ এই কাম এথন্তকো স্থগিত থাকিব নোৱাৰে। এই আন্দোলনত অসমীয়া আৰু বিদেশীৰ মনোমালিন্য আৰু কাজিয়া হবৰ সম্ভাৱনা, সেই কাৰণে ইয়াক এৰি দিয়া যুগুত—এনে যুক্তি কোনোবাই দিলে তালৈ কাণ কৰাটো উচিত নহয়। এই যুক্তিযুক্ত নহয়। এই যুক্তি খটালে কোনো আন্দোলন জগতত হব নোৱাৰে। প্ৰত্যেক আন্দোলনতে দুটা বিপক্ষ দল থাকিব। আন্দোলনৰ অৰ্থ—এদলে আন দলক সেও কৰা। কাজিয়া হবৰ সম্ভাৱনা বুলি আন্দোলন নকৰা হলে কোনোৱে জগতত আন্দোলন নকৰিলে-

হৈছেন। গতিকে, এনে অৰ্থহীন যুক্তিলৈ মন দিয়া উচিত নহয়। সাৱধানে আন্দোলন কৰিলে তেনে মনোমালিন্য বা কাজিয়া হবৰ আশঙ্কা নাই।

আসামৰ পৰা এটাইবোৰ বিদেশী আঁতৰাই দিয়া এই আন্দোলনৰ উদ্দেশ্য নহয়। প্ৰত্যেক প্ৰদেশতে বিদেশী থাকিব, কিন্তু সেই প্ৰদেশৰ যাই বেপাৰ বণিজ আৰু ব্যৱসায় সেই প্ৰদেশৰ লোকৰ হাতত থাকিব। এই কথা কোন বিদেশীয়ে নুবুজে? যদিও মনোমালিন্য হবৰ আশঙ্কা থাকে তত্ৰাচ এই আন্দোলন কৰিব লাগিব। যেতিয়া এই আন্দোলন নকৰিলে আমাৰ জাতিৰ অস্তিত্ব নাথাকে, তেতিয়া হাজাৰ বিঘিনি থাকিলেও ইয়াক কৰিব লাগিব।

বৰ দুখৰ বিষয় যে বহুত অসমীয়া দোকান আৰু কাৰবাৰ অসমীয়াই ধ্বংস কৰিছে। অসমীয়াই অসমীয়া বুলি সুবিধা পাই উধনা খাই আৰু নিতৌ বয় বস্তু কালিয়নে নি সময়ত টকা নিদিয়ে টকাৰ কাৰণে গলেও অসমীয়া বেপাৰীক টান কথা কৈ ওভটাই দিয়ে। ধন নহলে কাৰবাৰ চলে কেনেকৈ? এইদৰে আমাৰ পোহাৰ আৰু কাৰবাৰ কিছু দিনলৈ কলধপ কলধপকৈ জীয়াই থাকে, পাছে সিহঁতৰ মৰণ হয়। বস্তু বেহানি কালিয়নে নিদিলে বহুত সময়ত বেপাৰ নচলে। কিন্তু হায়! আমাৰ যি দুজন এজনে বেপাৰ দিয়ে তাকো অসমীয়াই সহায় কৰিব দূৰৈত থাওক, তাক খুলি খুলি নামাৰি নেৰে। আমাৰ চকুৰ আগতে কেইবাখনো অসমীয়া দোকানৰ এই গতি হৈছে। অসমীয়াৰ এই স্বভাৱ দেখিলে বাস্তৱতে মনত নিৰাশা আহি পৰে। এই স্বভাৱৰ শুধৰণি নহব নে? অনেকে ইয়াকে দেখি ডাঠি কয়, যে যিমান দিনলৈ এই স্বভাৱৰ শুধৰণি নহব সিমান দিনলৈ আসামৰ বেপাৰ আৰু বাণিজ্যৰ উন্নতিৰ আশা নাই। প্ৰথমে এই স্বভাৱ গুচাব লাগিব, তাৰ পাচেহে বেপাৰৰ চেষ্টা কৰিব লাগিব। এই কথা হতাশৰ উক্তি মাথোন।

আগেয়ে স্বভাৱৰ শুধৰণি হব নোৱাৰে। দোকান আৰু বেপাৰ কৰাৰ লগে লগেহে এই স্বভাৱৰ শুধৰণি কৰিব পাৰি। এই আন্দোলনত যেতিয়া

অসমীয়াই ঠায়ে ঠায়ে বেপাৰ আৰু কাৰবাৰ কৰিব আৰু বাইজে সহায় কৰিবলৈ উঠি পৰি লাগিব, তেতিয়া এই স্বভাৱ তিষ্ঠিব নোৱাৰে। এতিয়া অসমীয়াৰ দুখন এখন দোকান পাই আমাৰ মানুহে সেই সুবিধা বিচাৰিবলৈ সুচল পাইছে, কিন্তু যেতিয়া অসমীয়াৰ সৰহ দোকান হব আৰু ৰাইজৰ মনত অসমীয়াক সহায় কৰিব লাগে, এই ভাবৰ জাগৰণ হব, তেতিয়া এই স্বভাৱ আপোনা আপুনি নাইকিয়া হব। এই স্বভাৱৰ গুধৰণিলৈ ৰব লগাত পৰিলে আসামে কোনোকালে বেপাৰত হাত দিব নোৱাৰে। মুঠ কথা, এই যুক্তিৰ মূল্য নাই। আন্দোলনত দেশ বিয়পি ন ভাবৰ ঢৌ উঠিলে এই স্বভাৱো তাতে মাৰ যাব।

এইদৰে অসমীয়াই বেহা-বেপাৰ কৰিলে মূল ধনৰ আৱশ্যক হব। অসমীয়াৰ মূল ধন নাই, গতিকে, যেতিয়ালৈ মূলধন নহব তেতিয়ালৈকে কাৰবাৰ কৰাৰ আশা নাই। এই কথা মানুহৰ মুখত মাজে মাজে শুনা যায়। কিন্তু দোকান পাতিবলৈ আৰু বেপাৰ কৰিবলৈ যি ধনৰ আৱশ্যক হব তাক অসমীয়াই পাব। যদি অসমীয়াই দেখে যে গোটেই ৰাইজে তেওঁলোকক সহায় কৰিবলৈ উঠি পৰি লাগিছে, আৰু তেওঁলোকৰ কাৰবাৰৰ পতন হবৰ অকণো আশঙ্কা নাই, বৰঞ্চ দোপত দোপে উধাৰৰহে আশা আছে, তেন্তে অসমীয়াই ধনৰ অভাৱ কেতিয়াও অনুভৱ নকৰে। নিজৰ যি ধন আছে তাক নিৰ্ভযে বেপাৰত খটাব আৰু যাৰ ধন নাই তেওঁ ধাৰ-ঋণ কৰিও ইয়াত অৰ্পিব।

বৰ্ত্তমানত মিছা ভয় কৰিছে অসমীয়াই পাচ হুঁহকি আছে। প্ৰথমে মূলধন কৰা, তাৰ পাছেহে বেপাৰত লাগা—এই কথাৰ অৰ্থ নাই! ক'ৰ পৰা মূলধন কৰিব? মূলধন আকাশৰ পৰা নপৰে। মূলধন বেপাৰৰে পৰা হয়। আসামৰ বিদেশী বিলাক আহোঁতে কোনে কিমান মূলধন লৈ আহিছিল? তেওঁলোকে ইয়াতে বেপাৰ কৰিহে মূলধন বঢ়াইছে। বেপাৰ

আৰু কাৰবাৰৰ কাৰণে আদিতে যি মূলধনৰ আৱশ্যক হব তাক অসমীয়াই অনায়াসে পাব।

যেতিয়া এই আন্দোলনত অসমীয়া ৰাইজে একত্ৰ হৈ বেপাৰত উদ্গতি কৰোঁ বুলি আগুৱাব, তেতিয়া অসমীয়াই নিজৰ ধন খটাই কিম্বা আনৰ পৰা ধাৰ-ঋণ কৰি ধন আনি তাক খটাই ঠায়ে ঠায়ে দোকান পাতিব আৰু ঠায়ে ঠায়ে বেপাৰ কৰিব। এইদৰে যেতিয়া বেপাৰৰ অধোগতি হোৱাৰ সম্ভৱনি ভয় নাইকিয়া হব, তেতিয়া ধাৰ কৰা বা নিজৰ মাটি ভেটি বন্ধক দি ধন অনা বিপদজনক নহয়। কাৰণ সেই ঋণ শীঘ্ৰে পৰিশোধ কৰিব পাৰিব। সেই সময়ত বিদেশৰ পৰা বা বিদেশীৰ পৰা ঋণ কৰাও বিপদজনক নহয়। অসমীয়াৰ বেপাৰ আৰু কাৰবাৰৰ এনে বৰৈয়া অৱস্থা হলে কি অসমীয়া, কি বিদেশী এটায়ে ধন ধাৰে দিব। আনকি, সেই সময়ত কিছুমান মহাজন অধিক সুদৰ আশাত আপুনি আসামত আহি উপস্থিত হব। ই কোনো আচৰিত ঘটনা নহয়।

যদি মূলধনৰ কাৰণে অসমীয়াই ৰব লাগে, তেন্তে কোনোকালে বেপাৰত হাত দিব নোৱাৰে। অসমীয়াই বেপাৰ নকৰি মূলধন পাব কত? বেপাৰ আৰু কাৰবাৰৰ বাহিৰে মূলধন পাবৰ আৰু ঠাই আছেনে? এই কাৰণে এই কথাৰ অৰ্থ নাই। ইয়ালৈ কাণ দি সময় কটোৱা যুগুত নহয়। আন্দোলনত অসমীয়া ৰাইজে অসমীয়াক সহায় কৰিবলৈ মন কৰিলে মহাজনে আপুনি আহি অসমীয়াৰ হাতত মূলধন যোগাব।

বিদেশী বোলাত আসামত থকা সকলো বিদেশীকে ধৰা হৈছে। ইউৰোপীয় চাহ খেতিয়ক, কেঞা, বঙ্গালী, হিন্দুস্থানী বা দেচোৱালী, নেপালী আৰু ময়মনচিংহৰ মানুহ।

এই এটাই বিলাক বিদেশীয়ে আমাৰ হানি কৰা নাই। এওঁলোকৰ কিছুমান আমাৰ দেশত আহি বসতি কৰিছে আৰু কালক্ৰমে অসমীয়া হব।

যদিও বৰ্ত্তমান তেওঁলোক হাজাৰে হাজাৰে আহি ঠায়ে ঠায়ে অশান্তি সৃষ্টি কৰিছে, তথাপি সময়ত যে অসমীয়া ভাষা আৰু সমাজৰ ৰীতি-নীতি লৈ অসমীয়া হব তাৰ কোনো সন্দেহ নাই। ইতিমধ্যে কিছুমান অসমীয়া হৈ গৈছে, তেওঁলোকক বিদেশী বুলি আঁতৰাই থোৱা আমাৰ যুগুত নহয়। আমি তেওঁলোকক আমাৰ সমাজৰ ভিতৰত সুমুৱাই অসমীয়া কৰিব লাগিব। কি উপায়ে তেওঁলোকক অসমীয়া কৰিব পাৰি, তাক ইয়াত আলোচনা কৰা নাযায়। কিছুমান বিদেশীয়ে বনুৱাৰ কাম কৰি সৰু সৰু দোকান দি আসামত ঘৰ-বাৰী সাজি আছে সিবিলাক দুখীয়া আৰু নিৰক্ষৰ। তেওঁলোকৰ সৰহভাগ যদিও অসমীয়া হবৰ আশা নাই, তথাপি আমাৰ উন্নতিৰ বাটত বিঘিনি মিলাবৰ শকতি নাই। সিবিলাক থকাত আমাৰ কোনো ওজৰ আপত্তিৰ কাৰণ নাই। বাকী বিদেশীয়ে আসামৰ বেপাৰ আৰু ব্যৱসায় সমূলি অধিকাৰ কৰি অসমীয়াৰ তেজ নাইকিয়া কৰিছে। ইউৰোপীয় চাহ-খেতিয়কে অৰণ্যে ভাৰতীয় বিদেশীতকৈ বহুত ধন নিছে। এজন চাহ খেতিয়কে ১০০ জন বিদেশীৰ সমান ধন নিব পাৰিছে। কিন্তু সেই বুলি এই আন্দোলন তেওঁলোকৰ বিৰুদ্ধে হব নালাগে। তেওঁলোকে ধন আন বিদেশীৰ নিচিনা অসমীয়া মানুহৰ পৰা নিয়া নাই; দূৰ দেশৰ পৰা বিদেশী মানুহ অনাই ইয়াত চাহৰ খেতি কৰাই ইউৰোপলৈ পঠাই দিয়ে, আৰু তাৰ পৰাহে ধন গোটাইছে। তেওঁলোকে ধন আৰ্জ্জিছে আসামৰ মাটিৰ পৰা, অসমীয়া মানুহৰ পৰা নহয়; অসমীয়াৰ অন্য বেপাৰ আৰু ব্যৱসায়ত কোনো বাধা-বিঘিনি দিয়া নাই। কিন্তু আন বিদেশী বিলাকে আমাৰ মাজত থাকি আমাৰ পৰাহে ধন নিছে আৰু আমাৰ বেপাৰত নিতৌ ব্যাঘাত মিলাইছে। ইউৰোপীয় চাহ-খেতিয়ক আৰু ভাৰতীয় বিদেশীৰ এই প্ৰভেদ। সেই চাহ খেতি এদিন অসমীয়াৰ হাতলৈ অনাটো যে জাতীয় কৰ্ত্তব্য তাক কোনোৱে নুই বুলিব নোৱাৰে; কিন্তু বৰ্ত্তমান আসামৰ

ৰাজনৈতিক আৰু আৰ্থিক অৱস্থাত তেনে কাম হাতত লোৱা উচিত নহয়। কামৰ উপযুক্ত সময় আছে। অসময়ত মহৎ কাম কৰিলেও তাৰ ফল নিদিয়ে। গাত বল নহলে মহাবলীৰ লগত যুঁজ দিয়া যুগুত নহয়। আমাৰ বল যাতে দিনে দিনে বঢ়াব পাৰোঁ, তাৰেহে বৰ্ত্তমান ব্যৱস্থা কৰিব লাগে। এই আন্দোলনত সেই বল বঢ়াব পাৰি বুলি আগেয়ে উনিকোৱা হৈছে। যিবিলাক বিদেশীয়ে আমাৰ মাজত থাকি আসামত বেপাৰ আৰু ব্যৱসায় তেনেই হাত কৰি অসমীয়া মানুহৰ পৰা ধন নিবলৈ ধৰিছে, সিবিলাকৰ কিছুমান ধনী আৰু কিছুমান শিক্ষিত। তেওঁলোকৰ পৰাহে বেপাৰ আৰু ব্যৱসায় আমাৰ হাতলৈ অনাটো এই আন্দোলনৰ বৰ্ত্তমান মুখ্য উদ্দেশ্য। বাকী বিদেশী বিলাকক আমাৰ ফলীয়া কৰিব লাগিব। ইও আন্দোলনৰ এটা ঘাই কাম। তেওঁলোকক আমাৰ লগ কৰিবলৈ টান নহয়। কি কি উপাই ললে এই কাম সুকলমে সম্পাদন হব তাক ইয়াত আলোচনা কৰা নাযায়।

এই আন্দোলন ৰীতিমতে হলে ইয়াৰ ফল দুদিনতে দেখা যাব। গাৱঁৰ বিদেশীৰ বেপাৰ ৰাইজৰ সহায়ৰ অভাৱত লাহে লাহে নাইকিয়া হৈ আহিব আৰু তাৰ ঠাইত অসমীয়া দোকান আৰু বেপাৰে মূৰ ডাঙ্গি উঠিব। নগৰে নগৰে যিবোৰ বিদেশীৰ কাৰবাৰ আছে, সেইবোৰো ৰাইজৰ সহায়ৰ অভাৱত লাহে লাহে জঁয়-পৰি আহিব আৰু আমাৰ কাৰবাৰে কথমপি ঠাই পাই ঠন ধৰি উঠিব। আজি গাৱেঁ গাৱেঁ, ৰেইলৰ ষ্টেছনে ষ্টেছনে, জাহাজৰ ঘাটে ঘাটে, হাটে হাটে যিবোৰ বিদেশীৰ দোকান-পোহাৰ আৰু বেপাৰ দেখিছোঁহঁক সেইবোৰ অসমীয়াৰ হাতলৈ আহিব। আজি ধুবুৰী, গোৱালপাৰা, গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট, ডিব্ৰুগড়ত যি অসংখ্য বিদেশীৰ দোকান আৰু কাৰবাৰে গোটেই নগৰ জুৰি বিয়পি আছে সেইবোৰ অসমীয়াৰ হাতলৈ আহিব। যি বিদেশীৰ কল-কাৰখানাৰ ধোঁৱাই আসামৰ গাওঁ আৰু নগৰ ধূৱলি-কুৱঁলি কৰিছে সেইবোৰ অসমীয়াৰ হাতলৈ নহাকৈ

নাথাকে। যদি বোলা, এই ঘটনা ঘটা অসম্ভৱ, তেন্তে আসামৰ উন্নতিও অসম্ভৱ। আগেয়ে কোৱা হৈছে যে আসামৰ বৰ্ত্তমান অৱস্থাত ধন নহলে অসমীয়াই এখোজো আগুৱাব নোৱাৰে আৰু যি দুখোজ-এখোজ অতদিনে অগুৱাইছিল ধনৰ অভাৱত লাহে লাহে পাচ হুঁহকি আহিব লাগিব। এই কাম কৰিব নোৱাৰিলে দেশৰ সকলো কাম নিষ্ফল হব। যি আন্দোলনৰ পৰা ধন লাভৰ আশা নাই সেই আন্দোলন যিমানেই দেশহিতকৰ হওক, তথাপি সি ভ্ৰষ্ট হব। বৰাগী সন্ন্যাসী হৈ দেশৰ দুজন এজন নেতাই ধনৰ অভাৱৰ আকিঞ্চন ইতিকিং কৰি স্বদেশ-প্ৰেমৰ জ্বলন্ত দৃষ্টান্ত দেখুৱাব পাৰে, কিন্তু সেই পটন্তৰ দেশত নাখাটে। দেশ এখন বা জাতি এটাই বৰাগী হৈ ধনৰ অভাৱত কোনোকালে উন্নতি কৰিব নোৱাৰে। জাতিক চহকী কৰা আৰু দেশক ঐশ্বৰ্য্যশালী কৰাহে দেশ-নায়কৰ মূল কৰ্ত্তব্য। এই আন্দোলনৰ ফলত আসামত নতুন যুগ প্ৰবৰ্ত্তন হোৱা আচৰিত নহয়। ইহাৰ ফলত, অসমীয়াই যদি এলাহৰ কাৰণে বেপাৰত হাত দিয়া নাছিল, তেন্তে সেই এলাহ এৰি বেপাৰ আৰু ব্যৱসায়ত প্ৰাণপণে লাগিব পাৰে; অসমীয়াই যে কেৱল বিদেশীৰ কাৰবাৰ আৰু ব্যৱসায় হাতলৈ আনিব পাৰে এনে নহয়, শ শ কল-কাৰখানা পাতিবও পাৰে। ধুবুৰী, গুৱাহাটী, যোৰহাট, ডিব্ৰুগড় একোখন জনাকীৰ্ণ ডাঙ্গৰ ডাঙ্গৰ নগৰ হব পাৰে। হাজাৰ হাজাৰ গাওঁ আৰু শ শ জাহাজে ব্ৰহ্মপুত্ৰৰ উজনিৰ পৰা নামনিলৈ আৰু নামনিৰ পৰা উজনিলৈ দিনে নিশাই আয়াযাত কৰিব পাৰে; আসামত উৎপন্ন আৰু নিৰ্ম্মিত বস্তুই কলিকতা বোম্বাই, মান্দ্ৰাজ, আদি ডাঙ্গৰ ডাঙ্গৰ নগৰৰ বজাৰত উপচি পৰিব পাৰে। এইবোৰ অৱশ্যে এতিয়া সপোনৰ নিচিনা। এই আন্দোলন ৰীতিমতে চলালে এই সপোনে ডিঠকত দেখা পোৱাৰ অকণো সন্দেহ নাই।

এই আন্দোলনত ভাৰতক মুহূৰ্ত্তলৈও পাহৰিব নালাগে। ইয়াৰ উদ্দেশ্য ভাৰতবৰ্ষৰ স্বৰাজ লাভ। স্বৰাজৰ অৰ্থে আসামৰ স্বাতন্ত্ৰ্য আৱশ্যক।

স্বৰাজৰ অৰ্থে সেই স্বাতন্ত্ৰ্য ৰক্ষা কৰিবলৈ বিদেশীৰ বাণিজ্য অসমীয়াই নিজৰ হাতলৈ আনিব লাগিব। স্বৰাজৰ অৰ্থে অসমীয়াই গোটা খাই এই কাৰ্য্য সাধন কৰিবলৈ আগুৱাব লাগিব। এই শিক্ষা, আন্দোলনৰ সময়ত এনে ভাবে দিয়া হব, যেন এই লক্ষ্য অসমীয়াৰ সমুখত ধ্ৰুবতৰাৰ নিচিনা সদায় জিলিকি থাকে।

আসামত অসমীয়া আৰু বিদেশী বৰ্ত্তমান কিমান আছে তাৰ সংখ্যা তলত দিয়া হল; এই সংখ্যাবোৰ এইবাৰৰ চৰকাৰী মানুহ পিয়লৰ ( Census Report ) পৰা উদ্ধৃত কৰা হৈছে।

| | মুঠ লোকসংখ্যা | অসমীয়া |
|---|---|---|
| গোৱালপাৰাত | ৭৬২৫২৩ | ১৩৮৮১০ |
| কামৰূপত | ৭৬২৬৭১ | ৫৭৬০৬৪ |
| দৰঙত | ৪৭৭৯৩৫ | ১৭৫৪০৬ |
| নগাওঁত | ৩৯৭৯২১ | ২১০৬৬১ |
| শিৱসাগৰ | ৮২৯১৯৭ | ৪৩০৬৫৬ |
| লক্ষীমপুৰত | ৫৮৮২৯৫ | ১৮০৯৭২ |
| সদিয়াত | ৩৯৫৩১ | ৬৩৬৪ |
| পাৰো হিলচত | ... | ৪৮১ |
| কাছাৰত | ... | ২০৪৭ |
| শ্ৰীহট্টত | ... | ৭২৭ |
| খাচিয়া আৰু জয়ন্তীয়াত | ... | ৮৬২ |
| নগা পৰ্ব্বতত | ... | ১৯২৩ |
| লুচাই | ... | ৭৩ |
| বালি পাৰাত | ... | ৬১৩ |
| মনিপুৰত | ... | ১৭১ |
| | সৰ্ব্ব মুঠ ৩৮৫২০৭৩ | সৰ্ব্ব মুঠ ১৭২৫৮৬০ |

এই সৰ্ব্ব মুঠ লোক সংখ্যাৰ পৰা অসমীয়া বাদ দিলে বিদেশীৰ সংখ্যা পোৱা যাব।

৩৮৫২০৭৩ সৰ্ব্ব মুঠ লোক সংখ্যা
১৭,২৫৮৬০ অসমীয়া
---
২১, ২৬ ২১৩ বিদেশী।

অসমীয়া—১৭, ২৫ ৮৬০।

বিদেশী— ২১, ২৬ ২১৩।

এই ২১ ২৬ ২১৩ বিদেশীৰ ভিতৰত কিছুমান অসমীয়া ভাষা নোকোৱা পৰ্ব্বতীয়া জাতিকো ধৰা হৈছে। যেনে—আবৰ ১৩৩১৫, বড়ো ২৫৪৬৯৩, চুতীয়া ৪১১৩, ডফলা ৭৫৬, মিকিৰ ৪৮,৭৯৭ ইত্যাদি ইত্যাদি এই বোৰক বাস্তৱতে বিদেশী বুলি ধৰা যুগুত নহয়। গতিকে সেইবোৰক বাদ দি যিবিলাক বিদেশী হাজাৰে হাজাৰে আসামত বসতি কৰিছে তাৰেহে লেখ দিয়া হল। তেওঁলোকৰ ভিতৰত বঙ্গালী, হিন্দুস্থানী আৰু নেপালীয়ে সৰহ। অন্যান্য যিবিলাক বিদেশী আছে, তেওঁলোকৰ সংখ্যা ইমান তাকৰ যে সি ধৰ্ত্তব্য নহয়।

| | বঙ্গালী | হিন্দুস্থানী | নেপালী |
|---|---|---|---|
| গোৱালপাৰা | ৪০৫৭১০ | ২৪,৫৪৩ | ১২০৩৮ |
| কামৰূপ | ৫০,৮৪২ | ১৬৭৫৯ | ৯৬৮১ |
| দৰং | ৪৬,৬৩৬ | ৩৪,৯০৮ | ২৬,০১৯ |
| নগাওঁ | ৭২,১০১ | ২২,৪৩৫ | ৫২,৪৭ |
| শিৱসাগৰ | ১,৩১ ৩৫১ | ৬০৮৮০ | ৯,৭৪২ |
| লক্ষীমপুৰ | ১,০৫০২৮ | ৭৮৭৫১ | ১৩,৮৪০ |
| সদিয়া | ১,০৪০ | ২,৮৩০ | ৩৫৬৮ |
| | ৮১,২৭,০৮ | ২,৪১,১০৮ | ৮০,১৩৫ |

বঙ্গালীৰ ভিতৰত ময়মনচিংহৰ মানুহ আৰু চাহ বাগিচাৰ কুলিবোৰ পৰিছে। হিন্দুস্থানী বোলাত কেঞা সকলকো ধৰা হৈছে। এই বঙ্গালী, হিন্দুস্থানী আৰু নেপালী আমাৰ আচল ভাৰতীয় বিদেশী। সিবিলাকৰ সংখ্যাৰ পৰা প্ৰকৃত বিদেশী কিমান তাক ঠাৱৰাব পাৰি—

| | |
|---|---|
| বঙ্গালী— | ৮১২৭০৮ |
| হিন্দুস্থানী— | ২৪১১০৮ |
| নেপালী— | ৮০১৩৫ |
| | ১১,৩৩,৯৫১ |

অসমীয়া—১৭,২৫,৮৬০ বিদেশী—১১,৩৩,৯৫১

আজি কেই বছৰমানৰ ভিতৰত ময়মনচিংহৰ মানুহ আহি আসামৰ ঠায়ে ঠায়ে বসতি কৰিছে সিবিলাকৰ এটা সংখ্যা দিয়া হল।

| | |
|---|---|
| গোৱাল পাৰা— | ৭৭,৭৫৩ |
| কামৰূপ— | ২৯,৫৭৫ |
| দৰং— | ১২,৪৬০ |
| নগাওঁ— | ৫২,১৯৩ |
| শিৱসাগৰ— | ১২৭ |
| লক্ষীমপুৰ— | ১৬২ |
| | ১,৭২,২৭০ |

এই বিদেশীবিলাকৰ ভিতৰত কোনে আমাৰ উন্নতিত ব্যাঘাত মিলাইছে আৰু কোনে কৰা নাই তাক আগেয়ে উনিকোৱা হৈছে। যিবিলাক বিদেশী ভবিষ্যতে অসমীয়া হবৰ আশা আছে তাৰো আভাস আগেয়ে দিয়া হৈছে।

—০—

# গোটাদিয়েক প্ৰশ্ন।

"আসামত বিদেশী" এই প্ৰবন্ধ ওলোৱাত বহুতে লিখকক অনেক প্ৰশ্ন কৰিছে, তাৰে কেতবোৰ লাগতিয়াল। সেইবোৰৰ উত্তৰ দিয়া নিতান্ত আৱশ্যক দেখিলোঁ। এই নিমিত্তে তলত প্ৰশ্ন আৰু উত্তৰ ৰাইজৰ বিচাৰৰ কাৰণে আগ বঢ়ালো।

প্ৰশ্নঃ—বৰ্ত্তমান স্বৰাজ্যৰ অৰ্থে গোটেই ভাৰতৰ আন্দোলন হবলৈ ধৰিছে। এনে সময়ত আসামত বিদেশী এই কথা উত্থাপন কৰা যুগুত হোৱা নাই। ই অসমীয়া, সি বিদেশী, এনে ভাব থাকিব নালাগে, সকলোৱে ভাৰতবাসী। যিজনে সমগ্ৰ ভাৰতৰ স্বৰাজ্যবাঞ্ছা কৰে, সিজনে এই কথা নাভাবে। ইয়াক ভবাই ঠেক মনৰ চিন। প্ৰাদেশিক স্বদেশ প্ৰেম সংকীৰ্ণ, তাক পাহৰিব লাগে।

উত্তৰঃ—এই কথা কেৱল যে বহুত বিদেশীৰ মুখত শুনা যায় এনে নহয়, কিছুমান অসমীয়া মানুহেও এনে মত দিয়ে। তেওঁলোকৰ সৰহ ভাগে যে সৰল বিশ্বাস কৰি এই মত অৱলম্বন কৰিছে তাক অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু তেওঁলোকে এই কথা দকৈ গমি চোৱা নাই। প্ৰদেশৰ স্বাতন্ত্ৰ্য অটুট ৰাখি স্বৰাজ লাভ কৰিব লাগিব। প্ৰদেশৰ উন্নতিৰ আলম লৈহে স্বৰাজলৈ উধাব পাৰি। নিজ প্ৰদেশৰ উন্নতিলৈ আওকাণ কৰি গোটেই ভাৰতৰ উন্নতি কৰা অসম্ভব। প্ৰদেশৰ উন্নতিৰ উদ্দেশ্য কি? ভাৰতবৰ্ষৰ উন্নতি। এই লক্ষ্য সদাই চকুৰ আগত ৰাখি প্ৰদেশৰ উন্নতি সাধন কৰিব লাগিব। এসময়ত এই উদ্দেশ্য পাহৰিবৰ আশঙ্কা আছিল, কিন্তু আজি কালি স্বৰাজ্য আন্দোলনত এই উদ্দেশ্য মানুহৰ মনত দকৈ শিপাইছে। গতিকে, আসামক বিদেশীৰ হাতৰ পৰা মুক্ত কৰা কথা উত্থাপন কৰিবৰ,

আনকি, আন্দোলন কৰিবৰো এয়ে উপযুক্ত সময়। প্ৰদেশৰ স্বাতন্ত্ৰ্য মনত গঢ়ি লোৱা বস্তু নহয়। ইয়াৰ অস্তিত্ব ভাৰতবাসীয়ে পলকে পলকে অনুভব কৰিবলৈ ধৰিছে। ইয়াক টিলিকিতে উৰাই দিব নোৱাৰি। হাজাৰ বছৰ ধৰি ইয়াৰ গঠন হৈছে, ইয়াৰ ভেটি নিতৌ শতক হৈছে। ভাৰতে স্বৰাজ্য পালেও প্ৰদেশৰ স্বাতন্ত্ৰ্য নাযায়, ই চিৰকাল থাকিব। ইয়াৰে ওপৰত স্বৰাজ মন্দিৰ স্থাপিত হব। যেতিয়া প্ৰদেশৰ স্বাতন্ত্ৰ্য বৰ্ত্তমান আৰু ভৱিষ্যতে লাগিব, তেন্তে এই স্বাতন্ত্ৰ্য যাতে দৃঢ় হয় তাৰ চেষ্টা নকৰিব কিয়? প্ৰত্যেক প্ৰদেশে ইয়াৰ চেষ্টা কৰিছে। পঞ্জাব, যুক্তপ্ৰদেশ, মধ্যপ্ৰদেশ, মাদ্ৰাজ, বোম্বাই, গুজৰাট, বেহাৰ, বঙ্গ এটাইবোৰে নিজৰ উন্নতিৰ কাৰণে দেহেকেহে লাগিছে। আসামে ইয়াৰ যত্ন নকৰিব কিয়? প্ৰত্যেক প্ৰদেশৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰি উন্নতি সাধন কৰিবলৈ এক উপায় লব বা একে কাম কৰিব নালাগে। প্ৰদেশৰ অৱস্থা অনুসাৰে উপায়ো সুকীয়া। পঞ্জাবৰ স্বাতন্ত্ৰ্য আৰু উন্নতিৰ কাৰণে যি কামৰ আৱশ্যক, মাদ্ৰাজৰ কাৰণে সি আৱশ্যক নহব পাৰে। বোম্বাইৰ কাৰণে যি আৱশ্যক, বঙ্গ দেশৰ কাৰণে সি আৱশ্যক নহব পাৰে। বঙ্গদেশৰ কাৰণে যি আৱশ্যক, আসামৰ কাৰণে সি আৱশ্যক নহব পাৰে। এই এটাইবোৰ প্ৰদেশৰ উন্নতি জাতীয় আৰু আৰ্থিক অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিছে। আসামৰ অৱস্থা চাই বৰ্ত্তমান কি আৱশ্যক হৈছে? বিদেশীৰ হাতৰ পৰা মুক্ত কৰাই আসামৰ স্বাতন্ত্ৰ্য আৰু উন্নতিৰ এক মাত্ৰ বাট নহয় নে? যি প্ৰদেশত বিদেশীৰ সংখ্যা ২১ লক্ষ আৰু অসমীয়া ১৭ লক্ষ; যি প্ৰদেশৰ হাজাৰ হাজাৰ দোকান, শ শ বেপাৰ, কল-কাৰখানা আৰু সকৰ পৰা ডাঙৰলৈকে এটাইবোৰ ব্যৱসায় বিদেশীৰ হাতত, যি প্ৰদেশৰ নগৰবোৰৰ আধা ঠাই বিদেশীয়ে অধিকাৰ কৰি বেপাৰ চলাবলৈ ধৰিছে, ডাঙৰ ডাঙৰ গাওঁবোৰত দোকান পাতি গোটেই বাণিজ্য পৰিচালন কৰিছে, যি প্ৰদেশৰ মানুহবোৰে নিজৰ খোৱা লোৱা আৰু

পিন্ধা-উৰা বস্তুৰ কাৰণে সদায় বিদেশীৰ ওচৰত হাত পাতিছে, আৰু টকা ধাৰ কৰি পুৰুষানুক্ৰমে ঋণগ্ৰস্থ হৈ তেওঁলোকৰ তলতীয়া হৈছে, যি প্ৰদেশৰ পৰা কোটি কোটি ধন নিতৌ বাজ হৈ গৈছে, সেই প্ৰদেশৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰিবলৈ আন কি দ্বিতীয় উপাই আছে? সেই প্ৰদেশৰ উন্নতি সাধন কৰিবলৈ আন কি দ্বিতীয় উপায় আছে? এয়ে আসামৰ প্ৰধান সমস্যা। ইয়াৰ খণ্ডন নহলে আসামৰ উদ্ধাৰ নাই। বৰ্ত্তমান অসমীয়াৰ একমাত্ৰ চিন্তা, একমাত্ৰ কৰ্ত্তব্য—কেনেকৈ আমাক বিদেশীৰ হাতৰ পৰা মুক্ত কৰিব পাৰোঁ। এনে অৱস্থাত, এই সমস্যা তোলা সংকীৰ্ণ প্ৰাদেশিক স্বদেশ প্ৰেম নে? যিবিলাকে এই কথা কব খোজে, তেওঁলোকে যদি আসামৰ অৱস্থা এবাৰ পৰীক্ষা কৰি ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ লগত ৰিজাই চায়, তেন্তে নিজেই ফট্‌ফটীয়াকৈ দেখা পাব যে আসামৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰি উন্নতি সাধন কৰিবলৈ একমাত্ৰ উপায় বিদেশীৰ হাতৰ পৰা মুক্ত কৰা। ভাৰতৰ কোনো প্ৰদেশতে ইমান বিদেশী আহি গোট খোৱা নাই; কোনো প্ৰদেশৰে বেহা-বেপাৰ আৰু ব্যৱসায় আসামৰ নিচিনা সমূলি বিদেশীৰ হাতত নাই। সেই কাৰণে সেইবোৰ প্ৰদেশত বিদেশী সম্পৰ্কে কথাও নাই। বঙ্গ দেশৰ বেপাৰ আজি কালি লাহে লাহে বিদেশীৰ হাতলৈ যাবলৈ ধৰাত দুজন এজন দেশভক্ত পুৰুষে বঙ্গালীক সতৰ্ক কৰি দিছে। বঙ্গ দেশৰ নিচিনা উন্নত চহকী দেশেও যেতিয়া আতঙ্কিত হৈছে, তেন্তে নিচলা আসামৰ অৱস্থা এবাৰ ভাবি চাওক। বঙ্গ দেশত বিদেশীৰ সংখ্যা কিমান? নিচেই তাকৰ। কোটি কোটি বঙ্গালীৰ মাজত সেই বিদেশীৰ সংখ্যা ধৰ্ত্তব্য নহয়; কিন্তু সেই বিদেশী সকলে বেপাৰ আৰু ব্যৱসায় ক্ৰমে ক্ৰমে নিজৰ হাতলৈ নিবলৈ ধৰিছে। তাতেই বঙ্গালী সতৰ্ক হৈছে। আসামৰ তো বেহা-বেপাৰ আৰু ব্যৱসায় তেনেই বিদেশীৰ হাতত। তদুপৰি বিদেশীৰ সংখ্যা অসমীয়াতকৈ সৰহ। এনে অৱস্থাত আসামৰ এই সমস্যাৰ বাজে আন কি সমস্যা থাকিব

পাৰে ? বহুত বিদেশীয়ে কব খোজে, যে আমাক যদি আসামত থকাত আপত্তি কৰে, তেন্তে আমাৰ প্ৰদেশতো অসমীয়া থাকিব নোৱাৰে। এনে কথা কোৱা যুগুত নে ? যদি তেওঁলোকে এবাৰ আসামৰ ইমূৰৰ পৰা সিমূৰলৈ চাই পঠিয়ায়, তেন্তে আমাৰ বিশ্বাস এই কথা কেতিয়াও নকলে-হেঁতেন। প্ৰত্যেক প্ৰদেশতে বিদেশী থাকিব, কোনোৱে তাত আপত্তি নকৰে। আসামতো চিৰকাল বিদেশী থাকিব ; মাথোন আসামৰ বেপাৰ বাণিজ্যও আন প্ৰদেশৰ নিচিনা ঘাইকৈ আসামৰ মানুহৰ হাতত থাকিব লাগিব ; সংখ্যাও আন প্ৰদেশৰ নিচিনা হব লাগিব। এয়ে হলেই অসমীয়াই জগতত তিষ্ঠিব পাৰিব।

প্ৰশ্নঃ—যদি এয়ে আসামৰ ঘাই সমস্যা, তেন্তে অসমীয়া মানুহে ইয়াক হাতত লোৱা নাই কিয় ? আসামৰ নেতা-সকলে এই বিষয়ে কোনো চেষ্টা কৰা নাই কিয় ?

উত্তৰঃ—অসমীয়া মানুহে যদিও এই কাম হাতত লোৱা নাই, কিন্তু মনত সদাই ই খেলাইছে। বিদেশীয়ে আসাম ছাতি পেলোৱাত প্ৰত্যেকেই দুখ কৰিছে ; নগৰে নগৰে গাৱে গাৱেঁ, চুবুৰিয়ে চুবুৰিয়ে অসংখ্য দোকান পাতি বিদেশীয়ে গোটেই বেপাৰ হাত কৰাত কেৱে সুখী হোৱা নাই। নিতৌ আপত্তি নিতৌ আসোঁৱাহ, নিতৌ হুমুনিয়াহ শুনা যায়। কিন্তু বহুত অসমীয়াই ইয়াৰ নিবাৰণৰ কোনো উপাই নাই বুলি হাত সাবটি মনৰ দুখ মনতে লৈ কাল কটাইছে। নেতা সকলে অৱশ্যে এই সমস্যা খণ্ডনৰ কোনো চেষ্টা আজিলৈকে কৰা নাই সঁচা। ইয়াৰ কাৰণ বহুত আছে। কিছুমানে এই সমস্যা আসামৰ কাৰণে যে ঘাই সমস্যা, ইয়াৰ খণ্ডন নহলে যে দেশৰ উদ্ধাৰ নাই, আন সকলো কাম যে ইয়াৰ ওপৰত নিৰ্ভৰ কৰিছে, তাক উপ-লব্ধি কৰা নাই। তেওঁলোকে আসামৰ অৱস্থাৰ লগত অন্যান্য প্ৰদেশৰ অৱস্থা বিজাই চোৱা নাই। প্ৰদেশৰ অৱস্থা অনুসাৰে যে কাৰ্য্যও বেলেগ

হয় তাক গমি চোৱা নাই। আন আন প্ৰদেশে যি কাম কৰে তাক আসামেও কৰা কৰ্ত্তব্য বুলি ভাবি সেই কামত যথা শক্তি লাগি যায়। পঞ্জাব, মাদ্ৰাজ, বোম্বাই, গুজৰাত, মধ্য প্ৰদেশ এটাইবোৰতে আসামৰ দৰে বিদেশী নাই, আসামৰ নিচিনা সেইবোৰ প্ৰদেশৰ বেহা-বেপাৰ আৰু ব্যৱসায় বিদেশীৰ হাতত নাই, সেই কাৰণে তাত সেই প্ৰশ্ন, সেই সমস্যাও নাই। এই কথা বহুতে তং কৰি চোৱা নাই। আমাৰ প্ৰদেশৰ কাৰণে বৰ্ত্তমান কি আৱশ্যক হৈছে তালৈ নাভাবি, সেই প্ৰদেশবোৰে যি কৰে তাকে কৰিবলৈ বহুতে আগুৱায়। কোনো কোনো মানুহৰ মুখত এনে যুক্তিও শুনা যায় যে মাদ্ৰাজত বিদেশী সম্বন্ধে কোনোৱে প্ৰশ্ন নকৰে, পাঞ্জাৱত বিদেশী সম্বন্ধে কোনোৱে প্ৰশ্ন নকৰে, বোম্বাই, মধ্যপ্ৰদেশ, যুক্ত প্ৰদেশ ক'তো বিদেশীৰ হাতৰ পৰা মুক্ত কৰিবলৈ কাকো চেষ্টা কৰা দেখা নাযায়, তেন্তে অসমত মাথোন কিয় এই কথাৰ উত্থাপন হয়? এই যুক্তি যে অসমৰ আৰু অন্যান্য প্ৰদেশৰ অৱস্থা নজনাৰ ফল, তাক স্পষ্টকৈ দেখা যায়। কিছুমানে যে ইয়াক উপলব্ধি কৰা নাই এনে নহয়, তেওঁলোকে ভালকৈ বুজিছে যে বেহা-বেপাৰ আৰু ব্যৱসায় যিমান দিনলৈ বিদেশীৰ হাতত থাকিব, সিমান দিনলৈ দেশৰ উদ্গতিৰ আশা নাই। কিন্তু গোটেই অসমীয়া জাতিৰ এই বিষয়ে কৰিব লগীয়া কাম নাই। ই ব্যক্তিগত চেষ্টাৰ ওপৰত নিৰ্ভৰ কৰিছে। অসমীযা দোকানী, মুদৈ বা বেপাৰী যদি উদ্যোগী আৰু শক্তিমন্ত হয়, তেন্তে বিদেশীক আপুনি জয় কৰিব; ইয়াত আন অসমীয়াই কেনেকৈ সহায় কৰিব? প্ৰতিদ্বন্দ্বিতাত যেয়ে ঠাৱৰিব পাৰে তাৰে উদ্গতি। ই কেতিয়াও জাতীয় কাৰ্য্য হব নোৱাৰে। এই যুক্তি সৰহ ভাগে মানিছে। হেজাৰ হেজাৰ বিদেশীয়ে লক্ষ লক্ষ টকা ঢালি গোটেই আসাম বিয়পি দোকান পাতি বেপাৰ কৰাত দুজন এজন অসমীয়াই যে সেই প্ৰতিদ্বন্দ্বিতাত ঠাৱৰিব নোৱাৰে তালৈ চকু কৰা নাই। অসমীয়াই

অসমীয়াক সহায় কৰিলে যে সেই প্ৰতিযোগীতাত কথমপি ঠাৰিবি পাৰিব, আৰু লাহে লাহে বেপাৰ হাতলৈ আনিবলৈ সক্ষম হব, তাক ভালকৈ গমি চোৱা নাই। মুঠ কথা আসামৰ স্বকীয়া অৱস্থাত স্বকীয়া ব্যৱস্থা লাগে, এই কথালৈ আজিও বিশেষৰূপে মন দিয়া নাই। এই কাৰণে এই সমস্যালৈ পিঠি দি অন্যান্য কাৰ্য্য কৰা দেখা যায়।

প্ৰশ্ন:—স্বৰাজ্য পালে এইবোৰ আপুনি ঠিক হব। তেতিয়া আমি আমাৰ সুবিধা অনুসাৰে নিজৰ প্ৰদেশৰ কাৰণে যি যি লাগে তাক কৰি লম। বৰ্ত্তমান সকলোৱে মিলি যাতে স্বৰাজ্য পাব পাৰোঁ তাৰহে চেষ্টা কৰা যুগুত।

উত্তৰ:—এই কথাৰ অৰ্থ নাই। স্বৰাজ্য পাওঁ কেনেকৈ? স্বৰাজ্য লাভৰ উপাই কি? প্ৰদেশৰ উন্নতিয়ে স্বৰাজ্য পাবৰ বাট নহয়নে? নিজ প্ৰদেশৰ মাজেদি গলেহে স্বৰাজ্যৰ বাট পাই। এই বাটেৰে নগৈ জাপ মাৰি স্বৰাজ্যত পৰিব নোৱাৰি। অসমীয়াই আসামক বিদেশীৰ হাতৰ পৰা মুক্ত নকৰাকৈ স্বৰাজ পাব নোৱাৰে। এয়ে অসমীয়াৰ স্বৰাজ লবৰ পথ। অসমীয়াই নিজে ঠাৰিবি নোৱাৰিলে ভাৰতক সহায় কৰে কেনেকৈ? লক্ষ লক্ষ বিদেশীৰ হেঁচাত অসমীয়া তেনেই সেও খাই আছে। এই হেঁচাৰ পৰা মুক্ত নহলে অসমীয়াই কোনো কাম কৰিব পাৰেনে? যাৰ ঠিয় হবলৈকে গাত শক্তি নাই, সি আনক সহায় কৰে কেনেকৈ?

---

# আসামৰ জনসংখ্যা।

শ্ৰীহট্ট আৰু কাছাৰ এৰি গোটেই আসামত ৩৮ লক্ষ মানুহৰ ভিতৰত মাথোন ১৭ লক্ষ অসমীয়া। ইংৰাজৰ ৰাজত্বৰ আগেয়ে আসামত ইমানেই মানুহ আছিল নে? আসাম বুৰঞ্জীয়ে এই বিষয়ে কি কয়?

অতীজত ভাস্কৰ বৰ্ম্মা আদি হিন্দু ৰজা সকলৰ দিনত আসামৰ জনসংখ্যা কিমান আছিল তাৰ সন্ধেদ পাবলৈ উপায় নাই! সেই সময়ৰ ৰীতিমত বুৰঞ্জী নাছিল; নানা শাস্ত্ৰ, শিলালিপি আৰু তামৰ ফলিৰ সহায় লৈ ইতিহাসবিদ্ পণ্ডিত সকলে অশেষ পুৰুষাৰ্থ কৰি সেই ৰাজবংশৰ ৰজাসকলৰ নাম মাথোন উদ্ধাৰ কৰিছে। সৌভাগ্য ক্ৰমে বিখ্যাত চীন পৰিব্ৰাজক হিয়ানচাঙে কৰতোৱা নৈ পাৰ হৈ কামৰূপলৈ আহি নিজে চাই চিন্তি এটি বিৱৰণ লিখি গৈছে। সেয়ে আন্ধাৰৰ বন্তি। ইয়াৰে পোহৰত আসাম এবাৰ দেখা পোৱা গৈছিল। পাচে আকৌ আন্ধাৰে আহি তেনেই ঢাকি পেলালে। সেই খেহ দেশৰ পণ্ডিত বৌদ্ধ পৰিব্ৰাজকৰ বিৱৰণত যদিও দেশৰ ৰাজনীতি, ধৰ্ম্ম আৰু প্ৰাকৃতিক অৱস্থা সম্বন্ধে বহুত কথা আছে কিন্তু জন সংখ্যা সম্পৰ্কে কোনো কথা পোৱা নাযায়। কোচ বংশী হিন্দু ৰজা সকলৰ দিনতো দেশৰ বহু কথা জানিব পৰা গৈছে, কিন্তু সেই সময়ৰ লোক সংখ্যাৰ কোনো ধাৰণা কৰিব নোৱাৰি।

যেতিয়া আহোম ৰজা সকলে গোটেই আসাম অধিকাৰ কৰি শাসন কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া আসামৰ বুৰঞ্জী ৰীতিমত লিখা হৈছিল। দুজনমান মুছলমান পৰিব্ৰাজক আহি আসামৰ বিৱৰণ লিখি যায়। সেই বিলাকৰ আশ্ৰয় লৈ ২০০।৩০০ বছৰৰ আগেয়ে জনসংখ্যা কিমান আছিল তাক জানিব পাৰি। পাচে যেতিয়া পাইক, গোট, খেল আদি গঠন কৰি

দেশ শাসন কৰিবলৈ ধৰিলে তেতিয়া মানুহ পিয়লৰ আৰম্ভ হল। বুৰঞ্জীত পোৱা যায় যে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত ( ইং ১৭৫১—১৭৬৯ ) অৰ্থাৎ ১৫৫ বছৰৰ আগেয়ে মানুহ পিয়ল হৈছিল। এয়ে প্ৰথম মানুহ পিয়ল নহয়, ইয়াৰো আগেয়ে বহুতবাৰ পিয়ল হৈ গৈছে। সেই পিয়লত আসামৰ জন সংখ্যা প্ৰায় ৩০ লক্ষ। ৰাজেশ্বৰ সিংহৰ দিনত গোৱালপাড়া ব্ৰিটিছ ৰাজ্যৰ অন্তৰ্গত আছিল আৰু বৰ্ত্তমান আসামৰ কিছু অংশ সেই জনা স্বৰ্গদেউৰ ৰাজ্যৰ অন্তৰ্গত নাছিল। সেই ঠাইবোৰৰ মানুহ নিভাঁজ অসমীয়া তেওঁলোকৰ ভাষা, তেওঁলোকৰ সামাজিক ৰীতি-নীতি অসমীয়া। সেই সময়ত গোৱালপাড়া আৰু সেই ঠাইবোৰত মানুহ কিমান আছিল তাক জানিবৰ উপায় নাই। বৰ্ত্তমান কালৰ লোক সংখ্যাক সেই ৩০ লক্ষ্যাত যোগ দিলে প্ৰায় ৪০ লক্ষ লোক হয়। সেই কালত গোটেই আসামত যে ৪০ লক্ষৰ কম লোক নাছিল তাক ঠাৱৰোৱা বোধ কৰোঁ। ভুল হোৱা নাই।

স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত অৰ্থাৎ ২১০ বছৰৰ আগেয়ে কাছাৰ আৰু জয়ন্তীয়া দেশ আক্ৰমণ কৰিবলৈ ৭১ হাজাৰ ৰণুৱাক ৰণ শিক্ষা দিছিল আৰু সেই ৰণুৱা বিলাকৰ সহায়ত সেই দুই ৰাজ্য অধিকাৰ কৰি আসামৰ সীমা বহলাইছিল। সেই ৰণত জয় লাভ কৰি বঙ্গদেশ আক্ৰমণ কৰিবলৈ স্বৰ্গদেৱে বিৰাট আয়োজন কৰিছিল। ৪ লক্ষ ৰণুৱাক ঠায়ে ঠায়ে শিক্ষা দিছিল। * এই সংখ্যা অতি ৰঞ্জিত আৰু সন্দেহ জনক বুলি কব নোৱাৰি। Dr Wade

---

* Rudra singh at once resolved to reduce him ( Tamradhvaj ) to submission and with this object, caused two large armies to be fitted out. The Bar Barua was deputed to enter the Kachari country by way of the Dhansiri valley with a force which numbred over 37,000 men, while the Pani Phukon with another 34,000 strong, was to march via Raha and the valley of the Kapili.

( Gait's History of Assam, page—166. )

ইং ১৭৯২ চনত মোৱা-মৰীয়া বিদ্ৰোহত কাপ্তান ওৱেলচৰ লগত আসামলৈ আহিছিল। সেই সময়ত গৌৰীনাথ সিংহ স্বৰ্গদেৱে ৰাজত্ব কৰিছিল। তেওঁ আসামত ১৮ মাহ আছিল। এই জনা ইংৰাজপুৰুষে সেই সময়ৰ বুৰঞ্জীবোৰ সংগ্ৰহ কৰি, ৰাজ-ঘৰীয়া কাকত-পত্ৰ চাই আৰু নিজে ডাঙৰীয়া আৰু বিষয়া সকলক সুধি মিলি এখন বুৰঞ্জী ইং ১৮০০ চনত মানৰ আক্ৰমণৰ আগেয়ে লিখি যায়। সেইখন এতিয়াও চপা হোৱা নাই; হাতে লিখা অৱস্থাত বিলাতৰ India officeত পৰি আছে। সেই বুৰঞ্জীৰ কথা অবিশ্বাস কৰিব নোৱাৰি। বিশেষতঃ ৰুদ্ৰসিংহই (১৬৯৫—১৭১৪) অৰ্থাৎ গৌৰীনাথ সিংহৰ মাথোন ৬০ বছৰৰ আগেয়ে ৰাজত্ব কৰিছিল। সেই চাৰি লক্ষ ৰণুৱা Wade চাহাব আসামলৈ অহাৰ প্ৰায় ৬০বছৰ আগেয়ে শিকোৱা হৈছিল, গতিকে তেওঁ সেই সময়ৰ যে কেৱল ৰাজ ঘৰীয়া কাকত পত্ৰ আৰু বুৰঞ্জী পাইছিল এনে নহয়; অনেক বৃদ্ধ ৰণুৱা আৰু বিষয়াকো লগ পাইছিল। এই ৰণুৱা বিলাকক গোটৰ পৰা নিয়া হৈছিল। সেই সময়ত ৪ পাইকে এক গোট হৈছিল। ৪ লক্ষ্য ৰণুৱা ৪ গুণ কৰিলে ১৬ লক্ষ পাইক পাওঁহঁক। এই পাইক বিলাকৰ পৰা ১৫ বছৰৰ তলৰ লৰা আৰু ৫০ বছৰৰ ওপৰৰ এটাইবোৰ মতা মানুহ বাদ পৰে। ইয়াৰ বাহিৰে বিষয়া সকল, ছোৱালী, তিৰুতা আৰু গোলাম-বেটী পাইকৰ লেখত নপৰে। এই বোৰক সেই ১৬ লক্ষৰ লগত যোগ দিলে ৪৫ লক্ষৰ অধিক হয়। ৰুদ্ৰসিংহৰ দিনত আসামৰ অৱস্থা বৰ ৰবৈয়া আছিল। এই জনা স্বৰ্গদেউৰ ৰাজত্বৰ দেশ যেনে মানুহেৰে ভৰপুৰ আছিল তেনে শক্তিমন্তও আছিল।

---

* John peter Wadeৰ হাতে লিখা বুৰঞ্জীৰ পৰা উদ্ধৃত (১৮০০)—"At this period the three Gohains, the Burro Burrowah, Burro Fokun, with all the Burrowahs, Fokuns, Rajkoas and Gohains of the army held a council during three days in which an exact register was

এই বুৰঞ্জীমূলক ঘটনাৰ পৰা ঠাৱৰাব পাৰি যে ১৫০ বা ২০০ বছৰ আগেয়ে ৪০ লক্ষৰ কম নাছিল আৰু ৪৫ লক্ষৰ অধিক নাছিল। আজি আসামৰ জন সংখ্যা বিদেশী নৈতে ৩৮ লক্ষ; ইয়াৰ লগত ৫।৬ লক্ষ মানুহ আহি যোগ হলেহে পূৰ্ব্বৰ অসমীয়া লোকৰ সংখ্যা পাওঁইক। সেই ৫।৬ লক্ষ মানুহ আজি আসামত বাস কৰিলে নগৰ, গাওঁ, চুবুৰি মানুহৰে ভৰপূৰ হব আৰু এই বননি কাঠনি নাইকিয়া হব। যি সময়ত ৪০।৪৫ লক্ষ মানুহ আসামত আছিল সেই সময়ত বাস্তৱতে নগৰ গাওঁ পূৰ্ণ আছিল আৰু আজি কালিৰ নিচিনা অৰণ্য নাছিল। মুছলমান পৰিব্ৰাজক সকলে এই কথাৰ প্ৰমাণ দিছে। তেওঁলোকে আসামলৈ আহি জনাকীৰ্ণ অসংখ্য গাওঁ চুবুৰি দেখিছিল। ইং ১৬৬২ চনত অৰ্থাৎ ২৬২ বছৰ আগেয়ে মিৰজুমলাৰ আসাম আক্ৰমণত মহম্মদ ওৱালি বা চাহাবুদ্দিন টালিছে গৰগাওঁ পৰ্য্যন্ত আহি আসামৰ এটি বিৱৰণী দি ফঠিয়া-ই-ইব্ৰীয়াহ নামে এখনি পাৰস্য ভাষাত পুথি লিখি যায়। সেই পুথিত আছে—"কলিয়া-বৰ আৰু গড়গাওঁৰ অন্তৰ্গত ৰাজ্যত ভালকৈ খেতি বাতি কৰা হয়। গোটেইখন ৰাজ্য ঘৰ আৰু বাৰীৰে পৰিপূৰ্ণ।" (আহোমৰ দিন—ফঠীয়া-ই-ইব্ৰীয়াহৰ অনুবাদ) সেই সময়ত অৰণ্যে ৰুদ্ৰসিংহৰ দিনৰ নিচিনা আসামত মানুহ নাছিল।

---

taken of the various corps which formed the army. The upper provinces including the natives of Assam furnished three hundred and sixty thousand men, the Duntial Rajas of Dehrrung, Beltola, Ranee, Nahdooriya, Tapakoosia, Dimmarooya, Jwayanta, Kasaree and Parguriya forty thousand of the natives of Assam exclusive of the Bairagee, Kakatee, Katakee, Khabha—Pundit ; Doloy, Sangkakati, Jautakia, Gaigaon, Dewlia and Brahmans two hundred and sixty thousand were effective men."

গৌৰীনাথ সিংহৰ দিনত মোৱামৰীয়া বিদ্ৰোহত কাপ্তান ৱেলচ আহি আসামৰ সেই কালৰ অৱস্থা লিখি এটি বিবৰণ লিখি যায়। সেই সময়ত আসাম বিদ্ৰোহত তেনেই জুৰুলা হৈছিল। তেওঁ নিজে গুৱাহাটী আৰু ৰংপুৰ ডাঙৰ জনাকীৰ্ণ নগৰ দেখিছিল। আৰু মানুহৰ মুখত শুনিছিল যে এই বিদ্ৰোহৰ আগেয়ে অশেষ মানুহ আছিল। তেওঁ সেই সময়ৰ পুখুৰি, দ'ল, আলি, গড়, মন্দিৰ আদি দেখি, আৰু বিদ্ৰোহত তেনেই উবাৰ হোৱা গাওঁবোৰ দেখি আসামৰ জন সংখ্যা সম্পৰ্কে যি শুনিছিল তাক বিশ্বাস নকৰাকৈ থাকিব নোৱাৰিছিল। সেই বহুদিনীয়া বিদ্ৰোহত গাওঁ-ভুঁই নষ্ট হোৱাত চাৰিও পিনে অৰণ্যই আৱৰি ধৰিলে। সেয়ে নানা ধৰণৰ ৰোগৰ হেতু বুলি তেওঁ ঠাৱৰাইছিল! * মোৱামৰীয়া বিদ্ৰোহৰ আগেয়ে আসামৰ জন সংখ্যা প্ৰায় ৪০।৪৫ লক্ষ হোৱাত ৰজাসকলে মুছলমানৰ বাৰম্বাৰ আক্ৰমণত হাজাৰ ২ বণুৱাৰ সৈতে যুঁজ কৰি ৰাজ্য ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল. আৰু কৃষি, বেপাৰ, বাণিজ্যৰ সুব্যৱস্থা কৰি আনৰ ওচৰত

---

* Captain Welsh's Expedition to Assam পুথিৰ পৰা "The town of Gauhati is further stated to be very extensive and irregular and full of people and surrounded by hills. On some portion of the river bank there was a rampart mounted with 113 guns of different calibre. The town also extended to the North Bank, the line of hills being its boundary." "Rangpur is described as a large town, 20 miles in extent and the country round in the higest state of cultivation."

"It must have required an immense population to construct the gigantic works we still see.........It is natural to suppose that during ages of peace, the population of a fertile country like Assam would increase to an immense extent. The climate became unhealthy when the population was killed or driven off and the land relapsed into jungle."

হাত নপতাকৈ স্বাধীনভাবে দেশ শাসন কৰিবলৈ পাৰ্গত হৈছিল। ইয়াতে নানা ধৰণৰ হিলৈৰ ক্ষাৰ প্ৰস্তুত হৈছিল। ইয়াতে কামান, টোৰা, জয়ূৰ, গঠীয়াজুম্বৰ, পহলঙ্গি, পাথৰ-কলাই আদি বিবিধ ধৰণৰ হিলৈ ঠায়ে ঠায়ে ৰাঙ্গঘৰীয়া কাৰখানা পাতি প্ৰস্তুত কৰা হৈছিল। (১) লোৰ খনিৰ পৰা লো উলিয়াই ৰীতিমতে কাৰখানা পাতি লোৰ অস্ত্ৰ আৰু ৰৰতোপবোৰ নিৰ্ম্মান কৰা হৈছিল। (২) তাৰ বাহিৰে খেলে খেলে অসংখ্য লোক আছিল। কমাৰ, কুমাৰ, সোণাৰি, কঁহাৰ, শিলাকুটীয়া, তাঁতী, বাঢৈ, সোণোৱাল, নদীয়াল, ধোবা, নাপিত, হিলৈদাৰী, এটাইবোৰ ব্যৱসায়ী মানুহ গাৱেঁ গাৱেঁ নগৰে নগৰে থাকি দেশৰ সকলো অভাব পূৰণ কৰিছিল। ৰণৰ নিমিত্তে বাচৰু, চড়া আদি নাও, বেপাৰৰ কাৰণে স্থকীয়া নাও ঠায়ে ঠায়ে নিৰ্ম্মান কৰা হৈছিল। (৩) ব্ৰহ্মপুত্ৰত অসংখ্য নাও উজনিৰ পৰা নামনিলৈ

In the middle of the eighteenth century Assam was in the zenith of its prosperity the country was intersected by high embanked roads and thickly studded with populous villages."

Fathiyah i Ibreyah ৰ পৰা:——

(1) 'The people were very skilful in the weaving of embroidered silk cloths They made there boxes, trays, stools and chairs by carving them out of a single bloak of wood."

"Their weapons were cannon, matchlocks, short swords, lances and bows arrows. The matchlocks and cannons were well cast. The gun powder was of various kind."

(2) "The war sloops, or bacharis, though slower, resembled the Bengali Kosahs or rowing boats used for touring the heavier vessels on which cannons were mounted.

(৩) "গুৱাহাটীতে বেপাৰৰ নিমিত্তে যোৱা, মাহত—অন্ততঃ ৩২০০০ মান বচাৰী আৰু কোচা আছে। যুদ্ধৰ নাও আৰু যুদ্ধলৈ যোৱা ঘৰুৱা মানুহৰ নাৱৰ সংখ্যা তাতকৈ সৰহ" (আহোমৰ দিন—ফঠীয়া-ই-ইব্ৰীয়াহৰ অনুবাদ)।

আৰু নায়নিৰ পৰা উজনিলৈ অহাযোৱা কৰি হাজাৰ হাজাৰ মানুহে বেপাৰ কৰিছিল ; ২৬২ বছৰ আগেয়ে চাহাবুদ্দিন টালিছে গুৱাহাটীৰ ঘাটত ৩২০০০ হাজাৰ মুদৈৰ নাও দেখিছিল। (৪) কাপ্তান ওৱেল্‌চে বঙ্গালহাট বা হাদিৰা-চকীত দুৱৰীয়া বৰুৱাৰ তত্বাৱধানত ডাঙৰ বেপাৰ দেখি যায়। (৫) শিল্প আৰু কাৰুকাৰ্য্য বিষয়তো অসমীয়াঁ পিচ পৰা না ছিল। ফঠীয়া-ই-ইব্ৰীয়াহৰ লিখকে গৰগাওঁৰ ৰজা আৰু ডাঙৰীয়া সকলৰ ঘৰবোৰৰ কাৰুকাৰ্য্য দেখি বিস্ময় মানি সেইবোৰৰ বিবৰণ পুঙ্খানুপুঙ্খ ৰূপে লিখি গৈছে। চাহাবুদ্দিন টালিছ দিল্লী আৰু আগ্ৰাৰ বিত্তোপন অট্টালিকা দেখা মানুহ। তেওঁ শত্রুভাবে আসামলৈ আহিছিল। সেই ঘৰবোৰৰ কাৰুকাৰ্য্য যদি বাস্তৱতে তল খাপৰ, তেন্তে সেইজনা শিক্ষিত মুছলমান লিখকে তেওঁৰ বিৱৰণত এনে মিছা কথা লিখিবৰ প্ৰয়োজন নাছিল। (১)

---

(4) "The trade with Bengal was considerable, and the officials who formed the customs reveue paid ~~Rs~~ 90,000 a year to the Bar Phukan............Before the disterbances (Moamoria rebelion) the registered imports of salt from Bengal amounted to 120,000 maunds a year."

(1) "The audiance-hall of the Raja, which is called solang, is one hundred and twenty cubits in length, and thirty in width. It has sixty six pillars, each about four cubits in circumference. The pillars though so large, are quite smooth, so that at the first glance you take them to be planed. The ornaments and curiosities, with which the whole wood-work of ihe house is filled, defy description ; no where in the whole inhabited world, will you find a house equal to it in strength, ornamentation and pictures. The sides of this palace are embellished by extraordinary wooden trellice work. Inside there are large brass mirrors, highly polished, and if the sun shines on one of them, the eyes of the bystanders are perfectly dazzled. Tewelve thousand workmen are said to have erected the building in the course of one year."

এই বিৱৰণৰ পৰা সেই সময়ত বাটৈৰ সংখ্যা কিমান আছিল তাক ঠাৱৰাব পাৰি। মুঠ কথা ৪০।৪৫ লক্ষ মানুহ আসামত নহলে সেই বজা আৰু বিষয়াসকলৰ ঘৰবাৰী, মন্দিৰ, গড়, দ'ল, ডাঙৰ ২ পুখৰি, মথা, উৰি, আলি কৰিবলৈ লোকৰ অভাব হল হেঁতেন ; লোৰ অস্ত্ৰ আৰু বৰতোপবোৰ নিৰ্ম্মাণ কৰিবলৈ,সোণ ধুই উলিয়াবলৈ, স্বৰ্ণ আৰু বেহা-বেপাৰৰ কাৰণে হাজাৰ হাজাৰ নাও প্ৰস্তুত কৰিবলৈ, নানা ধৰণৰ কাপৰ তৈয়াৰ কৰিবলৈ, হাজাৰ হাজাৰ মুদৈৰ কাম কৰিবলৈ, তাৰ বাহিৰেও কমাৰ, কুমাৰ, নাপিত, ধোবা আদি ব্যৱসায়ী মানুহৰ কাৰ কৰিবলৈ মানুহৰ অভাব হলহেঁতেন। এই ৪০।৪৫ লক্ষ অসমীয়া মানুহ কেনেকৈ লয় পালে ইয়াৰ বৃত্তান্ত বুৰঞ্জীত বহলাই লিখা আছে। ইয়াক পঢ়িলে কোনো অসমীয়াই দীঘল হুমুনিয়াহ নকাঢ়িকৈ থাকিব নোৱাৰে, চকুৰ লো নোটোকাকৈ থাকিব নোৱাৰে। মোৱামৰীয়া বিদ্ৰোহৰ পৰাই আসামৰ দুৰ্দ্দিন আৰম্ভ হয়। এই বিদ্ৰোহ কেইবা বাৰো হৈছিল। স্বৰ্গদেউ লক্ষীনাথ সিংহৰ দিনত ( ১৭৬৯—৮০ ), মোৱামৰীয়া সকলে বিদ্ৰোহ আৰম্ভ কৰে। সেই বিদ্ৰোহ ১৭৯২ চনলৈকে চলি আছিল। প্ৰায় ২৩ বছৰ মোৱামৰীয়া আৰু ৰাজঘৰীয়া বণুৱাই পৰস্পৰ যুদ্ধ কৰি আছিল। শেষত মোৱামৰীয়াই ৰাজধানী আক্ৰমণ কৰি গোটেই আসাম অধিকাৰ কৰিবলৈ সাজু হৈছিল আৰু দিনে নিশাই অসংখ্য মানুহ কাটি তেজেৰে নগৰ আৰু গাওঁ ৰাঙলি কৰিছিল। যাকে বজাৰ ফলীয়া পাইছিল তাৰে প্ৰাণ-নাশ কৰিছিল। কিমান বিষয়া, কিমান প্ৰজা সিহঁতৰ হাতত প্ৰাণ হেৰুৱালে তাৰ সীমা সংখ্যা নাই।

---

"There are other houses in Gargaon, strong, very long and spacious, full of fine mats, which must be seen to be appreciated. But alas, unless this kingdom be annexed to his Majesty's dominions, (AurangZeb) not even an infidel, could see these fine things without falling into the misfortuues into which we fell.

সিইঁতৰ উপদ্ৰৱত থাকিব নোৱাৰি গাওঁ ভূঁই এৰি মানুহ পলাবলৈ ধৰিলে। ৰজা পলাই গুৱাহাটী পালে। যেতিয়া ৰাজ্য শাসনত বেমেজালি লাগে, তেতিয়া দেশ যিমানেই প্ৰৱল নহওক সি বিপ্লৱৰ হাত সাৰিব নোৱাৰে। দেশ অৰাজক হল। কটাকটি মৰামৰি, ঘৰপোৰা আদি ভীষণ অত্যাচাৰ নিতৌ হবলৈ ধৰিলে। কি কি কাৰণত এই বিদ্ৰোহ বাৰম্বাৰ হৈছিল আৰু কেনেকৈ মোৱামৰীয়া সকলে গোটেই দেশ উৰাৰ কৰিছিল তাক ইয়াত কোৱাৰ আৱশুক নাই। এই সময়তে দৰঙ্গৰ ৰজা কৃষ্ণনাৰায়ণে কিছুমান হিন্দুস্থানী আৰু শিখ মানুহ লৈ দেশত ঘোৰ উৎপাত কৰিছিল। এই বিদ্ৰোহত আসামৰ অৱস্থা কেনে হৈছিল তাক কাপ্তান ওৱেল্চৰ নিজ চকুৰে চাই লিখা বিৱৰণৰ পৰা ভালকৈ বুজিব পাৰি। (১)

১৭৯২ চনত মোৱামৰীয়া বিদ্ৰোহ কিছু সাম পৰিল, কিন্তু ৰাজঘৰীয়া বেমেজালিৰ অন্ত পৰা নাছিল। মান ১৮১৮ চনত আসামত প্ৰথমে দেখা দিয়ে। মোৱামৰীয়া বিদ্ৰোহৰ পৰা মানৰ প্ৰথম আক্ৰমণলৈ ২৬ বছৰ হয়। এই ২৬ বছৰ ৰাইজে শান্তি কাক বোলে নাজানিছিল। মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই যদিও ৰাজঘৰীয়া বেমেজালি শাসনৰ বিশৃঙ্খলতা আৰু দেশময় অশান্তি গুচাবলৈ অহো পুৰুষাৰ্থ কৰিছিল, তথাপি ভগা দেশ

---

(1) "Where the Moamarias held sway, whole villages were destroyed, and the inhabitants, robbed of all their possessions, were forced to flee the country, or to eke out a precarious existence by eating wild fruits and roots and the flesh of unclean animals. The country between Dergaon and Rangpur, once so highly cultivated was found desolate by Captain Welsh and many large villages had been entirely deserted by their inhabitants. In lower Assam the Bengal mercenaries and gangs of marauding banditte who flocked into the province caused, though less wide spread, havock.', (Gait's History of Assam)

পুনৰ পাতিব নোৱাৰিলে। তেওঁ সেই অশান্তি গুচাবলৈ বহুত যুদ্ধ-বিগ্ৰহ কৰিছিল। আৰু প্ৰত্যেক ৰণতে আমাৰ মানুহ বিস্তৰ মৰিল। মোৱা-মৰীয়া সকলে মাজে মাজে ভুমুক দি ৰাইজক উৎপাত কৰিয়ে আছিল। কামৰূপত হৰদত্ত বিদ্ৰোহ আৰু ডফলা, চিংফৌ, খামতি, কছাৰি আদি পৰ্ব্বতীয়া জাতিবোৰৰ উপদ্ৰব আৰম্ভ হল। প্ৰবীণ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই সেইবোৰ নিবাৰণ কৰি বিশৃঙ্খল দেশক শৃঙ্খলাবদ্ধ কৰিবলৈ অশেষ যত্ন, অশেষ পৰিশ্ৰম কৰিছিল। তেওঁৰ অবিহনে ৰাজ্য শাসনত আকৌ আউল লাগিল, দেশত আকৌ অশান্তিয়ে দেখা দিলে। ভগা দেশ দিনক দিনে আকৌ ভাগি যাবলৈ ধৰিলে। সেই সময়ৰ সকলো ঘটনা বুৰঞ্জীত আছে। মুঠতে সেই ২৬ বছৰ ৰাজ্য শাসন টনকিয়াল হবলৈ নাপালে। উপদ্ৰৱৰ পাচত উপদ্ৰব, বিদ্ৰোহৰ পাচত বিদ্ৰোহ, বেমেজালিৰ পাচত বেমেজালি এখন্তেকো নোৰোৱাকৈ ক্ৰমান্বয় হৈ আছিল। এনে সময়ত মান আহি দেখা দিলে। কঁকালভগা উঠিব নোৱাৰা ছিন্নভিন্ন দেশ সিহঁতৰ সমুখত ঠিয় হয় কেনেকৈ? তথাপি মৰো-জীওঁ-সো আধি কৰি এবাৰ আগ বাঢ়িছিল, কিন্তু তত্তালিকে সেও খাই পৰিল।

মানৰ আক্ৰমণ তিনিবাৰ হৈছিল। ই মোৱামৰীয়া বিদ্ৰোহতকৈ শতগুণে চৰা। সিহঁতৰ উপদ্ৰব, সিহঁতৰ অত্যাচাৰৰ বিৱৰণ এটায়ে জানে। আজিও মানৰ নামত মানুহৰ হৃদকম্প হয়। প্ৰথমবাৰ ১৮১৬ চনত মান আহি নামৰূপত দেখা দিয়ে। ৰাজৰৰীয়া ৰণুৱাৰ পৰাজয় হয়। সেই বাৰৰ আক্ৰমণত মানে কেনেকৈ ঘৰত জুই লগাই গাওঁবোৰ লুটি আনিছিল তাক বৰ্ণোৱাৰ সকাম নাই। দ্বিতীয়বাৰ মান ১৮১৯ চনত দেখা দিয়ে। এই বাৰ কি কি কাৰণত সিহঁত আসামলৈ আহিছিল আৰু কি ভাবে মানুহৰ ওপৰত অত্যাচাৰ কৰিছিল তাক বুৰঞ্জীত লিখা আছে। কিমান গাওঁ পুৰি ছাই কৰিলে, কিমান বিষয়া আৰু প্ৰজাৰ প্ৰাণ ললে তাৰ

আদি অন্ত নাই। বৰুৱা পলাই গ'ল। দেশ মানৰ হাতত পৰিল। এইবাৰ মান ১৮১৯ চনৰ পৰা ১৮২৪ চনলৈকে আছিল। এই পাঁচ বছৰ দিনে নিশাই অবিশ্ৰাম অসমীয়াৰ ওপৰত অমানুষিক উৎপীড়ন চলি আছিল। সদিয়াৰ পৰা গোৱালপাৰালৈকে গোটেই দেশ মানৰ হাতৰ মুঠিত হল। তৃতীয়বাৰ আক্ৰমণত যেতিয়া মান ৰণুৱা বিলাকক দৰ্ম্মহা দিবলৈ ধনৰ ভঁৰাল উদং হল তেতিয়া মান সেনাপতি মিঙ্গিমাহা তিলোৱাই দেশ লুট কৰি ধন আনিবলৈ আদেশ দিলে। এনেই মানে নিতৌ মানুহৰ প্ৰাণ বধি ধন লুটি আছিল, যেতিয়া এই আদেশ শুনাই দিলে, তেতিয়া মানক পায় কোনে? ধন লুটি আনিবলৈ মান সৈন্যবোৰ তিনি ভাগ হল। এভাগ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি, এভাগ দক্ষিণ পাৰেদি আৰু এভাগ ব্ৰহ্মপুত্ৰৰ ওপৰেদি ভটিয়াই গৈ গুৱাহাটীত মিলিব। এই তিনিও ভাগে আসামৰ ই মূৰৰ পৰা সিমূৰলৈকে প্ৰচণ্ড ধুমুহাৰ দৰে সকলোকে ভাঙ্গি ছিঙ্গি মষিমূৰ কৰি গুৱাহাটীত মিলিলগৈ। সিহঁতে যিফালে গৈছিল সেই ফালে মানুহ উজাৰ খাই ঘৰ এৰি পলাবলৈ ধৰিলে, যাকে য'তে পাইছে তাৰে প্ৰাণ লৈছে। লৰা, ছোৱালী, তিৰোতা, গাভৰু, বুঢ়া কেৰে সাৰিব পৰা নাই। কাকো কাটি টুকুৰা-টুকুৰ কৰিছে, কাকো খুচি মাৰিছে, কাকো জুইত পুৰি মাৰিছে, কাকো তেলত ভাজিছে। হাজাৰ হাজাৰ মানুহ নিতৌ সিহঁতৰ হাতত প্ৰাণ এৰিলে, হাজাৰ ২ মানুহ পলাই গুচি গ'ল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ, দক্ষিণ পাৰ তেনেই উপান্ত হল। গাৱঁত আৰু নগৰত মানুহ নাইকিয়া হল।

মান আহি গোৱালপাৰাত যেতিয়া বৃটিছৰ লগত সংঘৰ্ষণ হোৱাত উভতি পলাবলৈ আৰম্ভ কৰিলে, তেতিয়াহে সিহঁতৰ অত্যাচাৰ দুগুণ হয়। আহোঁতে যেনেকৈ এফালৰ পৰা দেশখন মোহাৰি মোহাৰি ভাঙ্গি ছিঙ্গি আহিছিল, যাওঁতেও তেনেকৈ পুৰি ভস্ম কৰি গৈছে। মানুহ অকল মাৰি কাটিয়ে মানে সন্তোষ পোৱা নাছিল। ৩০ হাজাৰৰ অধিক অসমীয়া

মানুহকো সিহঁতৰ লগত ধৰি লৈ গৈছে। সেই পৈশাচিক উপদ্ৰৱৰ কাহিনী বুৰঞ্জীত বহুলাই লিখা আছে; এবাৰ পঢ়িলেই সিহঁতে আসামত কি নকৰি গ'ল তাৰ বুজ পাব। এই উপদ্ৰৱত বহুত বছৰ খেতিবাতি নোহোৱাত ঘোৰ দুৰ্ভিক্ষই গোটেই দেশ গ্ৰাস কৰিলে। শ শ মানুহ নিতৌ খাবলৈ নাপাই আৰু মাউৰত মৰিবলৈ ধৰিলে। মানৱ উৎপাতত যিমান মৰিছিল প্ৰায় সিমানেই দুৰ্ভিক্ষ আৰু মহনিত মৰিল। সেয়ে আসামৰ প্ৰথম আৰু শেষ দুৰ্ভিক্ষ। এনে ওপৰা-ওপৰি বিপদতও অসমীয়া মানুহ একেবাৰে লোপ নাপাই যে দুখৰ কাহিনী কবলৈ কিছুমান জীয়াই থাকিল, সেয়ে বৰ আচৰিত কথা। সেই সময়ত কানিৰ প্ৰচলন বেচি হৈছিল! অসম দেশখন যেন কোনোবাই কষ্ট হৈ ঘোৰ শাপ দিছে—তই মান মৰাণৰ হাতত উচ্ছন্ন যাবি, তোৰ ধন ঐশ্বৰ্য্য, বল শক্তি এটাইবোৰ লোপ পাব। তোৰ মুখৰ ভাত পৰে নিব। তই বাটৰ মগনীয়া হবি। তোৰ সতি সন্তানে বিষ-পান কৰিব আৰু সেই বিষে সিহঁতক জুলুকি জুলুকিকৈ কষ্ট দি মাৰিব। (১)

---

(১) Jenkins চাহাব মানৰ উপদ্ৰৱৰ পাচতেই আসামলৈ আহে আৰু তেওঁ লেখিছে:—

When therefore we assumed the charge of Assam, nothing could possibly be more unpromising than the state of the country. The small remnant of the people had been so harassed and oppressed by the long civil and internal wars that had followed the accession of Raja Gcurinat Sing in 1780 down to 1826. that they had almost given up cultivation, and lived on jungle roots and plants, and famine and pestilence carried off thousands that had escaped the sword and captivity." (Report on the province of Assam by Mills, 1854.)

১৮৭৩ চনত Mr. T. T. Copper এ লিখিছে:—"Of all countries bordering on India which have come into British possession,

মোৱামৰীয়া বিদ্ৰোহত কিমান গাওঁত একেবাৰে মানুহ নাইকিয়া হৈছিল তাৰ লেখ দিব নোৱাৰি। সেইবোৰ গাওঁত আৰু মানুহ আহি বাস কৰিব নাপালে। মানে আহি যি আছিল তাৰো শেষ কৰি গুচি গ'ল। চাৰিও পিনে অৰণ্যই আবৰি ধৰিলে। প্ৰথমে মোৱামৰীয়া বিদ্ৰোহ হয় ১৭৬৯ চনত। সেই দিনৰ পৰা ১৮২৪ চনলৈকে অৰ্থাৎ ৫৫ বছৰ গোটেই দেশত মৰা কটা, ঘৰ পোৰা, যুদ্ধ বিগ্ৰহ আদি নিষ্ঠুৰ কাৰ্য্যবোৰ অবিৰাম চলি আছিল। শ শ গাওঁ, হাজাৰ হাজাৰ চুবুৰিত মানুহ নাইকিয়া হল। তিপাম, ৰংপুৰ, ডেৰগাওঁ, তেজপুৰ, মঙ্গলদৈ, কলিয়াবৰ, নগাওঁ, গুৱাহাটী, হাজো,, বৰপেটা বৰনগৰ, আদি জনাকীৰ্ণ ঠাইবোৰত মানুহ নাইকিয়া হল। এই ৫৫ বছৰত গাওঁ বোৰত মানুহ নথকাত দেশ অৰণ্যময় হল। গাওঁ এখনত বা নগৰ এখনত ৩।৪ বছৰলৈ কোনো জন-প্ৰাণী নাথাকিলে সেই গাওঁ বা নগৰ হাবি বননিয়ে পূৰ্ণ নহবনে? প্ৰায় তিনিকুৰি বছৰত সেই মানুহ নোহোৱা গাওঁবোৰত গভীৰ বননি আৰু কাঠনি হৈ সেই বোৰৰ চিন মোকাম নাইকিয়া কৰা আচৰিত কথানে? আজি আসামৰ যি পিনে চোৱা হাবিয়নি। (১) জাহাজেৰে ধুবুৰিৰ পৰা ডিবৰুলৈ যোৱা, লুইতৰ দুয়োপাৰে কি

---

there is none whose history is so mournful as Aassam, none wherein the mistaken policy of the Indian Government in the last century is recorded in more painful evidencs. Had we maintained a protectorate when Welsh restored order, the country might have been saved.

(১) স্বৰ্গীয় আনন্দৰাম ঢেকীয়াল ফুকনে মানৱ উপদ্ৰৱৰ ৩০ বছৰৰ পাচত লিখিছে:—

"Vast extents of deserted villages meet the eye in various parts of the country." আৰু লিখিয়াছে—'It has been already noticed, that one half of the population of Assam was lost during the civil wars and the incursion of the Burmese which followed them. The

দেখিবা ? কোনো ঠাইত ঘন বননি, কোনো ঠাইত কেৱল উন্নুৱনি, কোনো ঠাইত ইকৰানি, কেতিয়াবা মাজে মাজে দুৰৈত দুখন এখন গাওঁ। বেইলেকে যোৱা দুয়ো দাঁতিত কি দেখিবা—অৰণ্য, অৰণ্য। যিমান দুৰ চকুৱে চাব পাৰে সিমান দুৰ কেৱল বিৰিনা, খেৰ আৰু কাঁইনি। ইয়াকে দেখি আসাম যে এদিন জনাকীৰ্ণ দেশ আছিল তাক বহুতে বিশ্বাস কৰিব নোখোজে, বুৰঞ্জীৰ কথা অমূলক বুলি উৰাই দিয়ে, মুছলমান পৰিব্ৰাজকৰ কথাও অতি ৰঞ্জিত বুলি অবিশ্বাস কৰে। যদি তেওঁলোকে এবাৰ সেই ৫০ বছৰ ব্যাপী মানমৰাণৰ অত্যাচাৰৰ বিষয়ে ভাবি চায়, তেন্তে আপুনি বুজিব আসাম কিয় আজি অৰণ্যময়। যি ঠাইত মানুহে বিহুৰ উৎসৱ কৰিছিল লৰা তিৰোতাৰ হাঁহি খিকিন্দালি শুনা গৈছিল, সেই ঠাইত আজি বাঘে গুজৰিছে। যি ঠাইত কলনি, তামোলনি আৰু বিতোপন ধানৰ পথাৰ আছিল, সেই ঠাইত পালে ২ বনৰীয়া হাতী চৰি ফুৰিছে। আজিও অটব্য বননিৰ মাজত পুৰণি পুখুৰি, ভগা ঘৰ, ভগা দেৱাল, ভগা মন্দিৰ অসংখ্য পৰি আছে। (১) কোনো ঠাইত নিবিৰ অৰণ্যত সেই পুখুৰি পাৰৰ প্ৰাচীন গছ এজুপিত পৰি ফেঁচাই

---

innumerable deserted villages that are still to be seen thiougout every part of the country bear testimony to the fact. More than one half of the country is now a vast extent of wastes. A large portion of the ancient inhabitants of the country took shelter on the fronties." (Report on the province of Assam by Mills, 1854.)

(১) ১৮৭৩ চনত Copper চাহাবে লিখিছে :—"The contemplation of these ruins surounded by almost impenitrable jungle which has over grown the oncə fertile and well cultivated fields of a people that has almost passed away, is calculated to strike one with an intense desire to learn more of the history of those terrible events which robbed a fertile land of a vast and industricus population, conveiting it into wilderness of swams and forests.'

উকলি দিছে, কোনো ঠাইত সেই ভগা দেৱালত পৰি হুতুৰে বৈ মাতিছে, কোনো ঠাইত সেই ভগা মন্দিৰৰ টিঙত পৰি যম ডাকিনীয়ে বিকট শব্দ কৰি নিজম অৰণ্য প্ৰতিধ্বনিত কৰিছে—যেন পুৰণি অসমৰ মৈদামত বহি আসাম শ্মশান, আসাম মৰিশালি বুলি জাননী দিছে।

এইদৰে অসমীয়াৰ ওপৰেদি বাৰ বাৰ ধুমুহা গৈছে। ১৮৩৫ চনত অৰ্থাৎ মানৰ উপদ্ৰৱৰ ৮ বছৰ পাচত ইংৰাজৰ ৰাজত্বত আসামৰ এবাৰ মানুহ পিয়ল হৈছিল। সেই পিয়লত আসামৰ জনসংখ্যা মাথোন ৭৯৯ ৫১৯ আছিল। তাৰ ভিতৰত লক্ষীমপুৰ আৰু শিৱসাগৰৰ জনসংখ্যা ২২০,০০০, দৰঙৰ ৮৯৫১৯, নগাওঁৰ ৯০০০০, কামৰূপৰ ৩০০০০০, আৰু গোৱালপাৰাৰ ১০০০০০। সেই ৪০।৪৫ লক্ষ মানুহৰ মাত্ৰ ৰল ৮ লক্ষ, ৰাকী বিদ্ৰোহ, উপদ্ৰৱ, আৰু মাউৰত লয় পালে। কিছুমান অৰণ্যে দেশ এৰি বিদেশলৈ পলাই গ'ল, আৰু কিছুমানক মানদেশলৈ ধৰি লৈ গ'ল। এয়ে আমাৰ দুৰ্দ্দশাৰ চমু বুৰঞ্জী।

ইয়াতেই আমাৰ দুৰ্গতিৰ অন্ত পৰা নাই। মানৰ উপদ্ৰৱৰ ৮।৯ বছৰ পাচতেই কেঞা সকল আহি নগৰে নগৰে দোকান পাতি বহি গ'ল। ছেৰেলি-বেৰেলি হোৱা, পৰ্ব্বত বননিত সোমাই থকা মানুহবোৰ ওলাই আহি মাথোন গাঁৱত ভৰি দিছে, ঘৰবাৰী বান্ধিবলৈ যতন কৰিছে, খেতিবাতি কৰিবলৈ মাথোন হাল জুৰিছে। এই মানুহবোৰ থিতাপি নৌহওঁতেই কেঞা সকলে ডাঙৰ ডাঙৰ দোকান দি, মানুহক টকা ধাৰে দি, বেহা বেপাৰ হাত কৰি গোটেই আসাম ছাতি পেলালে। বঙ্গালী শিক্ষিত লোক আহি চৰকাৰী অফিচবোৰত দলে দলে সোমাই বঙ্গভাষা দেশত প্ৰচলন কৰি বহি গ'ল। অসমীয়াই সেই অৱস্থাত কি কৰিব ? ঘৰবাৰী বান্ধি দেশত থিতাপি হব, নে বেপাৰ কৰি খেতি বাতি কৰি প্ৰাণ প্ৰবৰ্ত্তাব, নে শিক্ষা কৰিব। অসমীয়াৰ এনে দুৰ্দ্দশাত সুবিধা পাই বিদেশীয়ে আহি দেশ ছাতি

পেলালে। অসমীয়াই উশাহ লবৰ সময় নাপালে, কঁকাল পোন কৰিবৰ সময় নাপালে। এনে অৱস্থাত কোনো শক্তিমন্ত জাতিয়ে গা কৰিব নোৱাৰে। (১)

আজি ইংৰাজৰ ৰাজত্ব প্ৰায় ১০০ বছৰ হল। সেই ৮ লক্ষ অসমীয়া বাঢ়ি ১৭ লক্ষ হৈছে, আৰু ২৮ লক্ষ অসমীয়া তাত যোগ দিলেহে পূৰ্ব্বৰ জনসংখ্যা পাওঁহক। এই ২৮ লক্ষৰ ২১ লক্ষ বিদেশীয়ে পূৰ কৰিছে। বাকী ৪।৫ লক্ষ কোনে পূৰ কৰিব? বিদেশী যি ভাবে নিতৌ আহিবলৈ ধৰিছে সেই সংখ্যাও যে বিদেশীয়ে পূৰ নকৰিব, তাৰ কিবা সন্দেহ আছেনে? বিদেশী যদি কেৱল সংখ্যাতহে সৰহ হল হেঁতেন তেন্তে অসমীয়াৰ ভয়ৰ কোনো কাৰণ নাথাকিল হেঁতেন। কিন্তু বিদেশীয়ে দেশৰ উৎপত্তিৰ কাৰণে যি আহিলা পাতি লাগে তাকো অধিকাৰ কৰি বহি আছে। অসমৰ বেহা বেপাৰ আৰু ব্যৱসায় তেওঁলোকৰ হাতত। ধনৰ ভঁৰালটিও তেওঁলোকৰ

---

(১) Jenkins চাহাবে লিখিছে :—"The whole traffic of the country has consequently fallen into the hands of Keyas and Bengallees, and in the manner it has been managed, the Assamese have had to pay maximum prices and received only minimum profits; for those experienced traders have usually taken advantage of the necessities of our ryots and made them advances at an almost incredible interest for impossible returns, and then ruined the defaulters.

The people having been deprived of their own Goverument, the money that would have been amongst them by their courts and Military and civil establishments is now largely drawn out of the country, and the trade being solely in the hands of the Marwar traders the profits mostly go to enrich Rajputana, and do not accumulate in this province. (Report on the Province of Assam by Mills, 1854 ..

হাতত। এই ভঁৰাল যেতিয়ালৈকে অসমীয়াৰ হাতলৈ নাহে তেতিয়ালৈকে অসমৰ উদ্গতিৰ আশা নাই! বিনা ধনে কোনো দেশে জগতত উদ্গতি কৰিব পাৰিছেনে? জাতিৰ বেপাৰ আৰু ব্যৱসায় সাৰ বস্তু; তাৰ পৰাহে ধন-ঐশ্বৰ্য্য হয়, তাৰ পৰাহে বলশক্তি হয়। যি ইয়াৰ পৰা বঞ্চিত, সি কোনো কালে উধাব নোৱাৰে, তাৰ পতন অনিবাৰ্য্য। ইংলণ্ড, ফ্ৰান্স, জাপান আদি দেশবোৰৰ পৰা বাণিজ্য আৰু ব্যৱসায় কাঢ়ি নিয়া, মুহূৰ্ত্ততে সেই প্ৰবল প্ৰতাপী দেশবোৰ চূৰ্ণ কৈ হব।

বেপাৰ আৰু ব্যৱসায় যদি এই ১৭ লক্ষ অসমীয়াৰ হাতত থাকিল হেঁতেন, তেন্তে ২১ লক্ষৰ সৰহ বিদেশী থকাতো কোনো আশঙ্কা নাথাকিল হেঁতেন। দেশৰ যাই শক্তি হাতত থাকিলে কেৱে অনিষ্ট কৰিব নোৱাৰে। ব্ৰিটিছৰ অধিকাৰৰ আদিতে যদি বেপাৰ আৰু ব্যৱসায় সেই ৮ লক্ষ অসমীয়াৰ হাতত থাকিল হেঁতেন, তেন্তে ইমান বিদেশী আহিব নোৱাৰিলে হেঁতেন আৰু আমাৰ লোক সংখ্যাও ৫ গুণ বাঢ়ি ৪০ লক্ষ হল হেঁতেন; ১০০ বছৰত জনসংখ্যা ৫ গুণ বঢ়া কোনো আচৰিত কথা নহয়। কিন্তু দুৰ্ভগীয়া অসমীয়াৰ কপালত সি হৈ নুঠিল।

আসামৰ বৰ্ত্তমান অৱস্থাত অসমীয়াৰ কৰ্ত্তব্য কি? বেপাৰ আৰু ব্যৱসায় হাতলৈ অনা নহয়নে? কিন্তু হায়! আজি অত দিন গ'ল তাৰ কোনো চেষ্টা হোৱা নাই। ইয়াত যে কোনো বিষয়ে আন্দোলন হোৱা নাই এনে নহয়, কেইবা বাৰো আন্দোলন হৈ গৈছে। ইয়াত ৰাজনৈতিক দলৰ অভাব নাই, অসহযোগী, সহযোগী, স্বৰাজ্য দল আদি কেইবা দলেও বৰ্ত্তমান দেশৰ উদ্গতিৰ কাৰণে বহুত চেষ্টা কৰিছে। কিন্তু কোনো দলে এই বিষয়ে যত্ন কৰা নাই। দেশৰ উন্নতি যাইকৈ যে ইয়াৰে ওপৰতে নিৰ্ভৰ কৰিছে তাক উপলব্ধি কৰা নাই। ভাৰতৰ অন্যান্য প্ৰদেশে যি কৰে তাকে আসামেও কৰা কৰ্ত্তব্য বুলি বহুতক ঠাৰবোৰা যেধা যায়। অৱস্থাভেদে

যে ব্যৱস্থাও বেলেগ হয় তাক তালকৈ গমি চোৱা নাই। শিক্ষিত লোক সকলে আন আন প্ৰদেশৰ তাজৰ তাজৰ বাতৰি কাকত নিতৌ পঢ়িবলৈ পায় আৰু তাৰে পৰা সৰহ ভাগে দেশৰ কাম কৰিবলৈ উদ্‌গনি পায়। সেইবোৰ প্ৰদেশৰ ৰাজনৈতিক আন্দোলনৰ বিষয়ে সকলো কথা পঢ়ি সেইবোৰক অনুকৰণ কৰিবলৈ মন কৰে আৰু নিজৰ প্ৰদেশৰ স্বকীয়া অৱস্থালৈ তেনেই পাহৰে। ভাৰতৰ স্বৰাজ্য ভাবে আমাৰ মন এনেদৰে অধিকাৰ কৰিছে যে আসামৰ অৱস্থা সম্পৰ্কে চিন্তা কৰাও কিছুমানৰ মানত সংকীৰ্ণ ভাব। বিদেশীৰ হাতৰ পৰা বেহা-বেপাৰ আমাৰ হাতলৈ আনিব লাগে, এই কথা হেনো প্ৰাদেশিক, ইয়াক উত্থাপন কৰিলেই হেনো স্বৰাজ লাভত ব্যাঘাত জন্মে। নিজ প্ৰদেশৰ উন্নতিৰ আলম লৈহে স্বৰাজ্যলৈ উধাব পাৰি, আৰু বিদেশীয়ে যে আমাৰ ঘাই বিঘিনি তাক আগেয়ে বহলাই আলোচনা কৰা হৈছে। এই সমস্যা খণ্ডন নহয় মানে দেশে কোনো কালে আগুৱাব নোৱাৰে আৰু স্বৰাজ্য লাভত সহায় কৰিব দূৰৈত থাওক, নিজেই লাহে লাহে বিদেশীৰ হেঁচাত লয় পাব। ধন-বলৰ ধৰণী বেপাৰ আৰু ব্যৱসায় আনৰ হাতত থকাত আসামৰ ৰাজহাড় ভাগি গৈছে।

ধীৰপন্থী, উগ্ৰপন্থী, সহযোগী, অসহযোগী স্বৰাজ্যদল আদি দলবোৰে আচল কথালৈ পিঠি দি যিমানেই কাম কৰক তাৰ ফল নাপায়। সেই দলবোৰে আজি পৰস্পৰে তৰ্ক-বিতৰ্ক, বাক বিতণ্ডা কৰি আছে, কিন্তু বিদেশীয়ে মহাৰঙ্গে সো-সোৱাই আহি আছে, বেহা-বেপাৰ আৰু ব্যৱসায় চলাই আছে ; তাৰ উপৰিও আসামৰ সাৰুৱা মাটি লৈ খেতি কৰিবলৈ আৰম্ভ কৰিছে। দিনে দিনে লক্ষ লক্ষ কৌটী কৌটী ধন নিবলৈ ধৰিছে। এনে অৱস্থাত এই ভিন ভিন ৰাজনৈতিক দলবোৰৰ আৱশ্যকতা কি ? আসামৰ নিচিনা যদি কোনো প্ৰদেশৰ এনে অৱস্থা হল হেঁতেন তেনেহলে সেই প্ৰদেশৰ লোকে নিজৰ অৱস্থালৈ পাহৰি ভিন ভিন দল সৃষ্টি নকৰিলে

হৈছেন। প্ৰাদেশিক কথা বুলি এখন্তকো বৈ নাথাকিল হৈছেন। বঙ্গবিচ্ছেদৰ সময়ত বঙ্গালীয়ে কি কৰিছিল ? বঙ্গদেশ যেতিয়া দুভাগ কৰি এভাগ আসামৰ লগত সাঙুৰি বেলেগ গৱৰ্ণমেণ্টৰ তলত দিলে, তেতিয়া বঙ্গালীয়ে নিজৰ প্ৰদেশ দুৰ্ব্বল হব বুলি ভাবি একমন এক প্ৰাণ হৈ ঘোৰ আন্দোলন কৰি দেশ খলক লগোৱা নাছিলনে ? ধন্য বঙ্গালী ! তেওঁলোকে বুজিছিল যে সেই বিচ্ছেদত বঙ্গালী জাতি দুৰ্ব্বল হব, আৰু দুৰ্ব্বল হৈ থাকিলে কোনো কাম কৰিব নোৱাৰিব আৰু লাহে লাহে লয় পাই আহিব। তেওঁলোকে সেই আন্দোলন নিজৰ প্ৰদেশৰ চাৰি সীমাৰ ভিতৰত ৰখা নাছিল, গোটেই ভাৰতত বিয়পাই পেলাইছিল। তেওঁলোকৰ আশঙ্কাৰ হেতু আৰু দুখৰ কাহিনী সকলোকে জনাইছিল। ই বঙ্গদেশৰ প্ৰাদেশিক কথা নহয়নে ? দেশ বিচ্ছেদ কৰিলে জাতি নিশকতীয়া হব, এই আশঙ্কাত বঙ্গালীয়ে সকলো কাম এৰি ইয়াতেই প্ৰাণপণে লগা নাছিলনে ? "আসামত" বিদেশী বঙ্গবিচ্ছেদতকৈও ডাঙৰ বিপদ নহয়নে ? বঙ্গবিচ্ছেদত বঙ্গালী দুৰ্ব্বল হব পাৰে, কিন্তু আসামত বিদেশীয়ে অসমীয়াৰ ৰাজহাড় ভাঙি দিছে, জগতৰ পৰা অসমীয়াৰ অস্তিত্ব নাইকিয়া কৰিবলৈ উদ্যত হৈছে। বঙ্গবিচ্ছেদ এদিন হঠাৎ হোৱাত সকলোৰে চকুত পৰিছে, আসামত বিদেশী লাহে লাহে হোৱাত কেৰে গম পোৱা নাই। এই কাৰণে অসমীয়াই এই মহাবিপদ সমুখত থকাতো দেখা পোৱা নাই।

বঙ্গ বিচ্ছেদত বঙ্গালীয়ে যেনেকৈ লগ লাগি সকলো কথা পাচ কৰি কেৱল ইয়াতেহে বল-শক্তি অৰ্পি দিছিল, অসমীয়ায়ো তেনেকৈ এই সমস্যা খণ্ডন কৰিবলৈ প্ৰাণ-পণে চেষ্টা কৰা উচিত। ইয়াৰ বাজে অসমীয়াৰ বৰ্ত্তমান আন কাম নাই। এই ভিন ভিন দল সমূলি নিপাত হব লাগে ; কি ধীৰপন্থী, কি উগ্ৰপন্থী, কি সহযোগী, কি স্বৰাজ্য দল এটায়ে একদল হৈ আসামৰ বেহা-বেপাৰ আৰু ব্যৱসায় আমাৰ হাতলৈ আনিবলৈ

অহোপুৰুষাৰ্থ কৰিব লাগিব। ইয়াকে নকৰিলে আমি ৰসাতলে যাম, ই ধ্ৰুৱ।

সেই দলবোৱে যে দেশৰ কোনো কাম কৰা নাই, এনে নহয়। তেওঁ-লোকে যথেষ্ট পৰিশ্ৰম কৰিছে। কিছুমানে নিৰ্য্যাতনো সহিছে; কিন্তু আচল কামত হাত নিদিয়াত তেওঁলোকৰ চেষ্টা, তেওঁলোকৰ দুখৰ ফল পোৱা নাই। ৰোগীৰ ৰোগ চিনিব নোৱাৰিলে কোনো ঔষধে ফল নিদিয়ে। শুশ্ৰূষা কৰিলে অৱশ্যে ৰোগীয়ে সকাহ পায়; কিন্তু আচল ৰোগ বৈ যায়, আৰু সেয়ে তাক মৰণৰ ওচৰ চপায়। এই দলবোৰৰ কাৰ্য্যও ৰোগীৰ শুশ্ৰূষা মাথোন, আচল চিকিৎসা নহয়। যিদিনা এটাইবোৰ অসমীয়া দল গোট খাই এই কাৰ্য্য কৰিবলৈ আগবাঢ়িব, সেই দিনা লেৰেলা আসামে ঠন ধৰি উঠিব। অসমীয়াই বাণিজ্য আৰু ব্যৱসায় হাতত লৈ ধন ভৰালৰ গৰাকী হৈ জগতত মূৰ ডাঙি সদম্ভে থিয় হব।

———o———

# হিন্দু-মুছলমান।

অসমীয়া হিন্দু-মুছলমান লগ লাগিছে ১৭ লক্ষ হৈছে। "আসামত বিদেশী" কি হিন্দু, কি মুছলমান এটায়েৰে উন্নতিৰ বাটত বিঘিনি। বিদেশী হিন্দু দলে দলে আহি যেনেকৈ গোটেই আসাম ছাতি পেলাইছে, বিদেশী মুছলমানো আহি তেনেকৈ গাৱেঁ গাৱেঁ, নগৰে নগৰে, বাস কৰি বেহা-বেপাৰ হাত কৰি অসমীয়া হিন্দু-মুছলমানৰ পৰা নিতৌ অজস্ৰ ধন নিবলৈ ধৰিছে। হিন্দুৱে হিন্দু বুলি, মুছলমানে মুছলমান বুলি কেৱে তেওঁলোকৰ হাতৰ পৰা ৰক্ষা পৰিব পৰা নাই। কোনোৱে আমাক মোৰ বুলি ওচৰ নচপায়, কোনোৱে আমালৈ উন্নতি নাচায়। হিন্দুৱে বিদেশী হিন্দুৰ পৰা সহায় পোৱা দুৰাশা, মুছলমানে বিদেশী মুছলমানৰ পৰা সহায় পাব নোৱাৰে। তেওঁলোক আমাৰ দেশলৈ ধন আৰ্জ্জো বুলি আহিছে। তেওঁলোকে জানে যে এইদেশ তেওঁলোকৰ নহয়। তেওঁলোকে আমাকে খটুৱাই আমাৰে পৰা ধন নিবলৈ ধৰিছে, আমাক ধন ধাৰ দি ঋণগ্ৰস্থ কৰিছে। যদি অসমীয়া হিন্দু কিম্বা মুছলমানে বেহা-বেপাৰ হাত কৰি চহকী হবলৈ ধৰে, তেন্তে বিদেশীয়ে আসামত কাৰ পৰা ধন গোটাব? তেওঁলোক দেশ এৰি যাব নালাগিবনে? সেই নিমিত্তে কি হিন্দু, কি মুছলমান এটাইবোৰ অসমীয়াই তেওঁলোকৰ মানত এক। আমি পৰস্পৰক সহায় নকৰিলে জগতত আমাক সহায় কৰোঁতা কেও নাই। হিন্দুৱে সেই অসমীয়া মুছলমানৰ মুখলৈ চাই থাকিব লাগিব, মুছলমানেও অসমীয়া হিন্দুৰ মুখলৈ চাই থাকিব লাগিব। এই ক্ষেত্ৰত স্বধৰ্ম্মই কাম নিদিয়ে, জাতীয়তাইহে সৰ্ব্বে সৰ্ব্বা।

আসামত হিন্দু-মুছলমানৰ সম্বন্ধ অতীজৰে পৰা স্বকীয়া। এই দেশৰ বুৰঞ্জী ভাৰতৰ অন্যান্য প্ৰদেশৰ লগত নিমিলে। ভাৰত বুৰঞ্জীত আসামৰ

কথা নথকাত বহুতক খেদ কৰা দেখা যায়, কিন্তু বাস্তৱতে ভাৰতবৰ্ষৰ অ'চল ইতিহাসত আসাম বুৰঞ্জীয়ে ঠাই পাব নোৱাৰে। আসামৰ স্বকীয়া শাসন-প্ৰণালী, স্বকীয়া ৰীতি-নীতি, স্বকীয়া সভ্যতা আহোম ৰাজত্বৰ আৰম্ভণৰ পৰাই ৬০০ বছৰ চলি আহিছে। ব্ৰীটিছৰ অধিকাৰৰ আগলৈকে সেই বৰ গোঁহাই, বুঢ়াগোঁহাই, বৰপাত্ৰ গোঁহাই, বৰবৰুৱা, বৰফুকন, ৰাজখোৱা, বৰবৰা, হাজৰীকা, শইকীয়া, বৰা আদি বিষয়া সকলে সদিয়াৰ পৰা গোৱালপাৰালৈকে স্বকীয়া ব্যৱস্থাৰে দেশ চলাই আছিল। এয়ে অসমীয়া সমাজ আৰু জাতি তেনেই ভিন সাঁচত গঢ়ি তুলিছিল। আজিও আমাৰ আচাৰ, ব্যৱহাৰ, ভাষা আৰু ভাবে সেই সাঁচ তেনেই সলাব পৰা নাই। কিন্তু আন আন প্ৰদেশ মোগল ক্ষমতাৰ তলতীয়া হোৱাত সিবিলাকৰ শাসন-প্ৰণালী আৰু ৰীতি-নীতি হুবহু এক নহলেও একে সাঁচত গঢ়া আছিল। ইচলাম সভ্যতাই প্ৰায় এহাজাৰ বছৰ গোটেই ভাৰতত ঢৌৱাই আছিল, সেই ঢৌৱে আসামৰ দাঁতি মাথোন স্পৰ্শ কৰিছিল, অন্তৰ ভেদ কৰিব পৰা নাছিল। ব্ৰহ্মদেশ বা শ্যামদেশ যেনেকৈ ভাৰতৰ অন্তৰত থকাত ইয়াৰ ইতিহাস ভিন হৈছে, আসামৰো তেনেকৈ সমূলি বেলেগ হৈছে।

যি সকল মুছলমান আসামত ঘৰবাৰী সাজি নিগাজীকৈ বসতি কৰিছিল, তেওঁলোকক বিধৰ্ম্মী বুলি ৰজা আৰু ৰাইজে আঁতৰাই থোৱা নাছিল। মুছলমানৰ মুখিয়াল লোক সকলে ৰজা ঘৰৰ পৰা মাটি আৰু গোলাম বেটী পাই সুখে অসমীয়াৰ মাজত অসমীয়া হৈ কাম কৰিছিল। কিছুমানে বৰুৱা শইকীয়া, হাজৰীকা, বৰা আদি বিষয়াৰ বাব পাই দেশৰ শাসন চলাইছিল। সাধাৰণ মুছলমান পাইকৰ শাৰীত ভুক্ত হৈছিল। অসমৰ ৰজা নিজৰ, অসমৰ শাসন-প্ৰণালী নিজৰ, অসম দেশ নিজৰ বুলি সদাই জ্ঞান কৰিছিল। ইং ১৬৬২ চনত মিৰজুমলাৰ আসাম আক্ৰমণত মহম্মদ্ ওৱালী বা চাহাবুদ্দিন টালিছ গৰগাওঁ পৰ্য্যন্ত আহি গোটেইখন দেশ চাই-চিতি ইয়াৰ এটা বিৱৰণ

পাৰস্য ভাষাত ফঠিয়া-ই ইব্ৰীয়াহ নামেৰে এখন পুথিত লিখি যায়। সেই পুথিত আসামত পোৱা মুছলমান সকলৰ সম্পৰ্কে সেই বিজ্ঞ মুছলমান লিখকে এইদৰে লিখিছে যে "এই দেশত আমি যি সকল মুছলমানক লগ পাইছোঁ, তেওঁলোক আচাৰ ব্যৱহাৰত ভেনেই অসমীয়া, মাথোন নামতহে মুছলমান। প্ৰকৃততে আমাতকৈ অসমীয়া বোৰকহে তেওঁলোকে বেচি ভাল পায়। (১)

প্ৰকৃততে আমাতকৈ অসমীয়াবোৰকহে তেওঁলোকে বেচি ভাল পায়, এই ভাব ২৬২ বছৰ আগেয়ে মুছলমান সমাজত দৃঢ় আছিল, আৰু ই চিৰকাল আসামত চলি আহিছে। মিৰজুমলাৰ আক্ৰমণৰ পাচত অসমীয়াৰ লগত মোগলৰ বহুতবাৰ ৰণ হৈছিল। সেই ৰণ বোৰত অসমীয়া মুছলমানে মোগলক মুছলমান বুলি সহায় কৰাৰ দৃষ্টান্ত অসম বুৰঞ্জীত এটিও নাই। সেই সময়ৰ শাসনৰ ব্যৱস্থা অনুসাৰে প্ৰত্যেক বৰুৱা, শইকীয়া, হাজৰীকা আৰু বৰাই সেই ৰণবোৰত সহায় কৰিব লাগিছিল। মুছলমান বৰুৱা, শইকীয়া, হাজৰীকা আদি বিষয়া সকলেও সেই ৰণত অৰঙ্গে সহায় কৰিছিল। তেওঁলোক সহায় নকৰাকৈ আঁতৰত থকা হলে বুৰঞ্জীত ইয়াৰ উল্লেখ থাকিল হেঁতেন; যদি মুছলমান সকলে মোগলক আপোন আৰু অসমীয়াক পৰ জ্ঞান কৰিলে হেঁতেন, তেন্তে ৰজাই কেতিয়াও তেওঁলোকৰ ভিতৰত কাকো বিষয়া নাপাতিলে হেঁতেন, আৰু মাটি-বাৰী দি নিগাজীকৈ বাস কৰিবলৈ নিদিলে হেঁতেন; আৰু সাধাৰণ মুছলমান বিলাকক পাইকৰ শ্ৰেণীত ভুক্ত নকৰিলে হেঁতেন।

অসমৰ মুছলমান এনেদৰে অতীজৰে পৰা অসমীয়াৰ সমাজত মাৰ গৈছে

---

1. Fathiyah i Ibreyah ৰ পৰা—
"The Muslims whom we met in Assam are Assamese in their habits, and Muhammadans but in name. In fact they like the Assamese better than us."

যে হিন্দু মুছলমানৰ ভেদাভেদ সপোনতো ভাবিব নোৱাৰিছিল। যিবিলাক মুছলমান অসম আক্ৰমণ কৰিবলৈ পাচে আহিছিল, সিবিলাকক আন অসমীয়াৰ দৰে তেওঁলোকেও শত্ৰু জ্ঞান কৰিছিল। এই কাৰণে অসমৰ ৰজা ঘৰৰ পৰা কেইবা ঘৰ মুছলমানেও ৰীতিমতে বৃত্তি (allowance) পাইছিল। মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ দিনত কোন কোন লোকে ৰজাঘৰৰ পৰা বৃত্তি পাইছিল, সিবিলাকৰ এটা লেখ দিয়া হৈছে। তেওঁলোকৰ ভিতৰত মুছলমান দেৱান বাৰ (১২) ঘৰ, নবাব ডেকা ১ এক ঘৰ, ফাৰ্চী পঢ়ীয়া ১ এক ঘৰ, খনিকৰ ১ এক ঘৰ। (১)

এই বিলাকৰ পৰা কট্‌কটীয়াকৈ দেখা যায় যে অতীজৰে পৰা হিন্দু-মুছলমানে অসমৰ শাসন চলাইছিল আৰু উভয়ে এই দেশ ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল। কি হিন্দু শত্ৰু, কি মুছলমান শত্ৰু কেৱে অসমীয়া হিন্দু মুছলমানৰ হাতত সাৰিব পৰা নাছিল। এই কাৰণে আসামত হিন্দু মুছলমানৰ সম্বন্ধ সুকীয়া। আমাৰ এই সম্বন্ধ আজি ৫০০।৬০০ শ বছৰে গঠিত হৈছে। আমাৰ ভাষা, সমাজৰ ৰীতি-নীতি, ভাব একে হৈছে; মাথোন মুছলমানে মজিদত নমাজ কৰে, হিন্দুৱে নাম ঘৰত হৰিৰ নাম লয়। ইয়াৰ বাহিৰে আন এটাইবোৰ একে। বিহু এটায়ে পালন কৰে, বিয়া-বাৰুৰ

---

1. Statement detailing the various classes of individuals who were supported by the state according to the old customs in Assam.

Mussulmans.

| | | | | |
|---|---|---|---|---|
| Dewan | ... | ... | ... | 12 |
| Nubob Dekah | | ... | ... | 1 |
| Farsee Readers | | ... | ... | 2 |
| Engravers | ... | ... | ... | 1 |
| | | | | 16 |

( Report on the province of Assam by Mills,—1854. )

শাস্ত্রগত বিধিৰ বাহিৰে আন নিয়ম-প্ৰকৰণ উভয়ৰে এৰে। ভাৰতৰ অন্যান্য প্ৰদেশৰ হিন্দু-মুছলমানৰ অলপ প্ৰভেদ আছে। সেই প্ৰদেশবোৰৰ মানুহ আহি আমাৰ দেশৰ হিন্দু মুছলমানৰ সম্বন্ধ দেখি আচৰিত হয়। আজিও আসামৰ গাৱেঁ গাৱেঁ হিন্দু-মুছলমান একেলগে কাজিয়া নকৰাকৈ বাস কৰি আছে। গৰু মৰাৰ কাৰণে ভাৰতবৰ্ষৰ আন আন ঠাইত মৰামৰি হৈছে, কিন্তু আসামত তেনে হব নোৱাৰে। এই দেশৰ মুছলমানে আপোনা আপুনি লুকাই গৰু মাৰে। হিন্দুই দেখিলেও "তেওঁলোকৰ খোৱা বস্তু খাইছে, তেওঁলোকৰ শাস্ত্ৰই মাৰিব কৈছে, মাৰিছে; আমি জানো পঠা, খাহী নাখাওঁ, পঠা বলি নিদিওঁ" এই যুক্তি দিয়ে। গাৱঁলীয়া নিৰক্ষৰ হোজা অসমীয়া হিন্দুৰ মুখত এই কথা আজিও শুনা যায়। বাস্তৱতে এই যুক্তি সাৰুৱা। মিছাতে গৰু মৰাৰ কাৰণে উভয়ে কাজিয়া কৰে। কিছুমানে আজিকালি আন আন প্ৰদেশৰ হিন্দুমুছলমানৰ কাজিয়া দেখি "গৰু এটা উপকাৰী জীৱ, ইয়াক মাৰিলে দেশৰ অপকাৰ হয়" এই যুক্তি দিবলৈ শিকিছে। অসমীয়া মুছলমানে কেইটা গৰু মাৰে! গৰু মাৰিলে যদি দেশৰ অপকাৰ হয়, তেন্তে কাৰ অপকাৰ হব? তেওঁলোকৰ অপকাৰ নহব নে? এই দেশখন অকল হিন্দুৰ নে? যদি বাস্তৱতে সেই কেইটা গৰু মাৰিলে দেশৰ অপকাৰ হয়, তেন্তে আপোনা আপুনি তেওঁলোকে এৰি পেলাব। ইয়াকে লৈ কাজিয়া কৰি দেশৰ উন্নতিত ব্যাঘাত মিলোৱাৰ সকাম কি? গৰু ডাঙৰ নে দেশ ডাঙৰ? আমাৰ এই হোজা অসমীয়াৰ যুক্তিহে সাৰোগত কৰা উচিত। আসামত কেৱল মুছলমানে গৰু নামাৰে, অনেক পৰ্ব্বতীয়া জাতিয়ে অতীজৰে পৰা আজিলৈকে গৰু মাৰি মাৰি খাই আছে। তেন্তে তেওঁলোকৰ গৰু মৰাতহে ধৰ্ম্মৰ কথা উলিয়ায় কিয়?

ইংৰাজ-ৰাজত্বত আসামৰ বহুত পৰিবৰ্ত্তন হল। ব্ৰিটিছে ভাৰতৰ আন আন প্ৰদেশৰ লগত আমাৰ দেশকো সাঙুৰি একে ধৰণৰ শাসনৰ তলতীয়া

কৰিলে। এই এশ বছৰীয়া শাসনত আমি লাহে লাহে আমাৰ সেই স্বকীয়া সমাজ, স্বকীয়া নিয়ম-প্ৰণালী পাহৰি আহিছোঁ, আৰু আন আন প্ৰদেশক অনুকৰণ কৰিবলৈ ধৰিছোঁ। এই অনুকৰণ বেয়া নহয়; কিন্তু দুখৰ বিষয়, সিবিলাক প্ৰদেশৰ দোষবোৰহে আমি অনুকৰণ কৰিছোঁহঁক। আমাৰ সেই বহুকলীয়া আচাৰ ব্যৱহাৰ পাহৰি সিবোৰক অনুকৰণ কৰি দেশখন ঘৃণীয়া কৰিবলৈ আগুৱাইছোঁ। আন প্ৰদেশত হিন্দু মুছলমানৰ কাজিয়া হৈছে, আমাৰ দেশে নিতৌ তাৰ বাতৰি পাইছে; আৰু এয়ে কিছুমানৰ মনত সাম্প্ৰদায়িক ভাব উজাৰি দিছে। অসমীয়া হিন্দুৱে সেই প্ৰদেশৰ হিন্দুৰ কাৰণে দুখিত হৈছে, অসমীয়া মুছলমানে সেই প্ৰদেশৰ মুছলমানৰ কাৰণে দুখিত হৈছে। এই ভাব আসামত একেবাৰে নতুন। ই পূৰ্ব্বে কেতিয়াও দেখা দিয়া নাছিল। অসমীয়া হিন্দুৱে অসমীয়া মুছলমানক আপোন বুলি ভাবিছিল; পাঞ্জাবী হিন্দু, মাদ্ৰাজী হিন্দু, পচিমীয়া হিন্দু, বঙ্গালী হিন্দু এটাইবোৰকে অসমীয়া মুছলমানতকৈ আপোন বুলি জ্ঞান কৰা নাছিল। অসমীয়া মুছলমানেও সেইদৰে অসমীয়া হিন্দুকহে আপোন বুলি ভাবিছিল, আৰু আন প্ৰদেশৰ মুছলকানক অসমীয়া হিন্দুতকৈ পৰ বুলি ভাবিছিল। সেই কাৰণে আন ঠাইত হিন্দু-মুছলমানৰ মৰামৰি হলে হিন্দুৱে অকল হিন্দুৰ কাৰণে, মুছলমানে অকল মুছলমানৰ কাৰণে কেতিয়াও দুখ অনুভৱ কৰা নাছিল। এনে ভাব আন প্ৰদেশৰ অনুকৰণৰ ফল মাথোন। ই যে জাতীয় উন্নতিৰ এটা ডাঙৰ বিঘিনি তাক এটায়ে জানে।

সুখৰ কথা এই ভাব এতিয়াও বিয়পা নাই। নগৰৰ কিছুমান বাতৰি কাকত পঢ়া শিক্ষিত লোকৰ মাজত হে আবদ্ধ আছে। আজিও আসামৰ গাৱেঁ গাৱেঁ হিন্দু মুছলমানে ভাই ককাইৰ নিচিনা লগ লাগি আছে, আজিও আচাৰ-ব্যৱহাৰ নিয়ম প্ৰণালী একে আছে। শ শ বছৰ আগেয়ে যি সামাজিক বান্ধোনে গোটেই আসামৰ হিন্দু-মুছলমানক বান্ধি ৰাখিছিল,

আজিও সেই বান্ধোনে ছিগা নাই। কিন্তু সদাই যে এই ভাব থাকিব তাক আশা কৰিব নোৱাৰি। আন আন প্ৰদেশৰ পৰা এই ভাবৰ সোঁত এনে ফেনে-ফোটোকাৰে আহিবলৈ ধৰিছে যে সেই বন্ধন এদিন ছিগি যাব পাৰে। যদি এই দুৰ্ঘটনা ঘটে, তেন্তে আসাম অচিৰে ৰসাতললৈ যাব, ই ধ্ৰুপ। এই ১৭ লক্ষ অসমীয়াই এনেই বিদেশীৰ হেঁচাত সেও খাই আছে, তাতে যদি আকৌ আন প্ৰদেশৰ দৰে হিন্দু মুছলমানৰ ভেদাভেদ ভাব আহি দেখা দিয়ে, তেনেহলে উভয়ে নিজৰ দেশতে ছটফটাই প্ৰাণ এৰি লয় পাব।

ইয়াৰ উপায় নাইনে? এই বিষবৃক্ষ ডুপতীয়া নোহওঁতেই ইয়াক নিৰ্ম্মূল কৰিব নোৱাৰিনে? ই যাইকৈ শিক্ষিত সমাজৰ ওপৰতে নিৰ্ভৰ কৰিছে। এওঁলোকে যি ভাবে, সেয়ে লাহে লাহে দেশত বিয়পিবলৈ ধৰে। ই এটা স্বাভাবিক নিয়ম। এই শিক্ষিত সমাজে দিনৌ আন প্ৰদেশৰ সাম্প্ৰদায়িক কাজিয়াৰ বাতৰি পায়, আৰু সৰহ ভাগেই গভৰ্ণমেণ্টৰ চাকৰিৰ কাৰণে চেষ্টা কৰি হাৰাথৰি খাইছে। এই নিমিত্তে ভেদাভেদ ভাবে সেই সমাজত দেখা দিছে। কিন্তু সমূহ ৰাইজে তাৰ ভু নাপায়। খেতি-বাতি কৰি হিন্দু মুছলমান সদাই একেলগে ভ্ৰাতৃভাবে বাস কৰি আছে। তেওঁলোকে চাকৰিলৈ আশা নাপালে, আৰু আন দেশৰ কাজিয়া কথাবো গম নাপায়। কিন্তু আন প্ৰদেশত যেনেকৈ শিক্ষিত সমাজৰ পৰা এই ভাব বেগতে বিয়পিছে, তেনেকৈ আমাৰ দেশতো বিয়পিব পাৰে। যদি শিক্ষিত সমাজে এবাৰ আমাৰ দেশৰ অৱস্থালৈ মন কৰে, আৰু অন্যান্য প্ৰদেশৰ সৈতে বিজাই চায়, তেন্তে এই ভাবে যে কি মহৎ অনিষ্ট কৰিব তাক বুজি পাব। চাকৰিয়ে দেশৰ উন্নতি সাধন নকৰে। বেপাৰ আৰু ব্যৱসায়হে জাতীয় উন্নতিৰ খাই আহিলা। যেয়ে বাণিজ্যত উন্নতি কৰিছে সেয়ে জগতত উথা-ইছে। বেহা-বেপাৰ আৰু ব্যৱসায়তহে ধন ঐশ্বৰ্য্য হয়। যাৰ বেপাৰ নাই তাৰ একো নাই। তাৰ ধন-বিত নাই, তাৰ শিক্ষা নাই, সি মুৰ্খ, সি

আনৰ তলতীয়া। অসমীয়াৰো অৱস্থা সেয়ে। ইয়াৰ বাণিজ্য আৰু ব্যৱসায় বিদেশীৰ হাতত। কি হিন্দু, কি মুছলমান উভয়ে তাৰ পৰা বঞ্চিত। ইয়াৰ কাৰণে অসমীয়া হিন্দু-মুছলমান দীন দৰিদ্ৰ হৈছে, আমাৰ মুখৰ ভাত্ত পৰে কাঢ়ি নিছে। ভাৰতবৰ্ষৰ কোনো প্ৰদেশতে অসমীয়াৰ নিচিনা দুৰ্গতি নাই। এই বিষয়ে আগেয়ে বহলাই লিখা হৈছে। এই দুৰ্গতি খণ্ডাবলৈ মাথোন এটা উপায় আছে—সেয়ে আসামৰ বেপাৰ আৰু ব্যৱসায় আমাৰ হাতলৈ অনা। চাকৰিয়ে এই দুৰ্গতি খণ্ডোৱা দূৰৈত থাওক দুৰ্গতি বঢ়ায়হে। যিমানে আমাৰ শিক্ষিত সমাজে চাকৰিলৈ খোৱাকামোৰা কৰে, সিমানে বিদেশীয়ে আহি বেপাৰ কৰি আমাৰ পৰা ধন নিবলৈ ধৰিছে। এই চাকৰিৰ কাৰণে এমুঠি শিক্ষিত মানুহে খোৱা-কামোৰা কৰি আছে আৰু চিৰকাল কৰি থাকিব। এওঁলোকৰ কাৰণে আমাৰ দেশে কিয় ক্লেশ ভুগিব? আমাৰ আচল বস্তু বেহা-বেপাৰ আৰু ব্যৱসায়। তাক কেনেকৈ হাতলৈ আনো এয়ে আমাৰ চিন্তা, আমাৰ ধ্যান হব লাগে। ইয়াত হিন্দু-মুছলমানৰ কাজিয়া নহয়, আৰু হব নোৱাৰে; বৰঞ্চ উভয়ৰে মিলা-প্ৰীতিহে বাঢ়িব।

ব্যণিজ্য আৰু ব্যৱসায় যে অসমীয়াৰ হাতলৈ অনা আমাৰ মূল কৰ্ত্তব্য, ইয়াৰ বাজে অসমীয়াৰ বৰ্ত্তমান আন কাম নাই, আৰু আন প্ৰদেশৰ নিচিনা ভিন ভিন ৰাজনৈতিক দলৰ আৱশ্যকতা নাই, তাক আগেয়ে বিষদ্ ভাবে আলোচনা কৰা হৈছে। প্ৰদেশৰ অৱস্থা অনুসাৰে বিধান বেলেগ হয়। আসামৰ কাম এক, আৰু দলো এক হব লাগিব। হিন্দু মুছলমান উভয়ে সেই কামত প্ৰাণপণে চেষ্টা ৰাখিব লাগিব। যদি ইয়াকে কৰা নাযায়, তেন্তে অসমীয়া জাতিয়ে ভাৰতৰ স্বৰাজ্য আন্দোলনত সহায় কৰা দূৰৈত থাওক, নিজেই বিদেশীৰ আক্ৰমণত ঠাৰবিব নোৱাৰিব। সেই কাৰণে অসমীয়া-হিন্দু মুছলমানে লগ লাগি কেনেকৈ সেই কাৰ্য্য সাধন কৰোঁ, তাৰেহে মাথোন চেষ্টা কৰিব লাগিব।

যিবিলাক বিদেশী আমাৰ দেশলৈ আহি বসতি কৰিছে, সিবিলাকৰ [illegible]ৰোৰ অসমীয়া হবৰ আশা আছে। তেওঁলোকক আমাৰ সমাজৰ [illegible]তৰ কৰি থোৱা উচিত হোৱা নাই। আমি তেওঁলোকক লাহে লাহে আমাৰ সমাজত ঠাই দিব লাগে। যিবিলাক মুছলমান বিদেশী আহি ঠায়ে ঠায়ে ঘৰ-বাৰী সাজি নিগাজীকৈ আসামত আছে, সিবিলাকক অসমীয়া কৰিব লাগে; আৰু এই কাম থাইকৈ অসমীয়া মুছলমানৰ ওপৰতে নিৰ্ভৰ কৰিছে। সৌভাগ্য ক্ৰমে অসমীয়াৰ এটা ডাঙ্গৰ গুণ আছে। অসমীয়াই সহজে বিদেশীক অসমীয়া কৰি লব পাৰে। ইয়াত বহুত দেচোৱালী, কেঞা, বঙ্গালী আদি ভিন্ জাতিৰ লোকক অসমীয়াই সমাজ ভুক্ত কৰি অছমীয়া কৰাৰ দৃষ্টান্ত বহুত আছে। আন প্ৰদেশত পুৰুষানুক্ৰমে থাকিও বিয়া-বাৰু কৰি সমাজ ভুক্ত হব পৰা নাই।

এইদৰে হিন্দু মুছলমানে কিছুমানক অসমীয়া কৰি, আৰু বাকী যিবিলাকৰ হাতত বেপাৰ আৰু ব্যৱসায় আছে, তেওঁলোকৰ পৰা আমাৰ হাতলৈ আনিবলৈ অহো পুৰুষাৰ্থ কৰিব লাগিব। এই কাৰ্য্য হিন্দুৰে মুছলমানৰ সহায় নোলোৱাকৈ, কিম্বা মুছলমানে হিন্দুৰ সহায় নোলোৱাকৈ কৰিব নোৱাৰে। আন প্ৰদেশক অনুকৰণৰ চেষ্টা একেবাৰে ত্যাগ কৰিব লাগিব। অসমীয়াৰ এই অৱস্থা আৰু হিন্দু মুছলমানৰ সুকীয়া সম্বন্ধ সদাই মনত ৰাখি সাম্প্ৰদায়িক ভাব জলাঞ্জলি দি অসমীয়াৰ মুক্তিৰ কাৰণে সেই কাৰ্য্যকে জীৱনৰ মূল মন্ত্ৰ কৰিব লাগিব; নহলে, আমাৰ বেপাৰ ব্যৱসায়ৰ [illegible]বাতিও আনৰ হাতলৈ যাব আৰু আমি নিজে লাহে লাহে [illegible]া বাজ হব লাগিব, অসমীয়া জাতিৰ অস্তিত্ব ক্ৰমে নাই-[illegible] হব।

—o—